# ইমাৰজেঞ্চীৰ অকথিত কথা

(আভ্যন্তৰিণ আপাতকালৰ বিৰুদ্ধে পূৰ্বোত্তৰ ভাৰতত চলা গুপ্ত প্ৰতিৰোধাত্মক আন্দোলনৰ কাহিনী)

গোৱৰ্দ্ধন প্ৰসাদ অটল

* ইমাৰজেঞ্চীৰ অকথিত কথা----গোৱৰ্দ্ধন প্ৰসাদ অটল।

* প্ৰকাশক—ওম প্ৰকাশ অটল

* মুদ্ৰক—হেমকোষ প্ৰিন্টাৰ্চ, শিলপুখুৰী, গুৱাহাটী-৭৮১০০৩

বিশেষ কৃতজ্ঞতা
শ্ৰীচৈয়দ চালেহ আহমদ।



প্ৰথম সংস্কৰণ--মাৰ্গশীৰ্ষ, বিক্ৰমী চন ২০৩৪ ; (ডিচেম্বৰ, ১৯৭৭)।

মূল্য—দহ টকা মাত্ৰ।

পুস্তক প্ৰাপ্তিস্থান---নৱীন পুস্তকালয়, জে. বি. কলেজ ৰোড, যোৰহাট (অসম)

This book, IMARGENCIR AKOTHITA KOTHA— 'Unto
story of Emergency', is written by Goverdhan Prasad Atal ar
published & printed by Omprakash Atal at Hemkosh Printer
Silpukhuri, Gauhati-781003.

*First Edition*—Margshirsha, Vikrami Era 2034 (December 197
**Price--Rupees Ten only.**

জৰুৰীকালীন অৱস্থাৰ
আতংকময় পৰিবেশত
স্বৰ্গগত মোৰ আৰু মণিপুৰৰ
শ্ৰীফণীভূষণ দাসগুপ্তাৰ পিতৃদেৱৰ
সোঁৱৰণত
এই অঞ্চলৰ বিপ্লৱীনেতা সকলৰ
কৰ-কমলেষু

# প্ৰস্তাৱনা

যোৰহাটৰ শ্ৰীগোবৰ্দ্ধন প্ৰসাদ অটলে সংঘৰ্ষ, সন্ত্ৰাস, সত্যবাৰ্ত্তা আৰু সংঘ এই চাৰিটি অধ্যায়েৰে 'ইমাৰজেন্সিৰ অকথিত কথা' নামেৰে কিতাপ এখনি লিখি উলিয়াই হাতে লিখা অৱস্থাতে মোক দেখুৱায় আৰু কিতাপখনিৰ প্ৰস্তাৱনা এটি লিখি দিবলৈ মোক অনুৰোধ কৰে। কিতাপখানি পঢ়ি চাই ভাল পালোঁ। আমাৰ অসমীয়া ভাষাত এই ধৰণৰ কিতাপ ওলোৱা মই জনা নাই। শ্ৰীঅটল বৰ্ত্তমানে আইন মহাবিদ্যালয়ৰ ছাত্ৰ। জৰুৰী-কালীন অৱস্থাৰ সময়ত তেওঁ বি-এ মহলাৰ ছাত্ৰ আছিল, তেওঁ ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ এজন নিষ্ঠাবান স্বয়ং সেৱক। তেওঁ জৰুৰী কালীন অৱস্থা আৰম্ভ হোৱাৰ ৪।৫ মাহ পাছতে ১৯ নবেম্বৰৰ পৰা শেষলৈকে প্ৰায় ১৬ মাহ কাৰাৰুদ্ধ হৈ আছিল। গতিকে তেওঁৰ নিজৰ আৰু লগৰীয়াসকলৰ এই কাল ছোৱাৰ অভিজ্ঞতা আৰু সন্ত্ৰাসৰ কাহিনীবোৰ ইয়াত সন্নিবেশিত কৰিছে।

এলাহাবাদ হাইকোৰ্টৰ চাঞ্চল্যকৰ ৰায়ে প্ৰাক্তণ প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীৰ ১৯৭১ চনৰ নিৰ্বাচন অবৈধ বুলি ঘোষণা কৰাৰ পাছৰে পৰা জৰুৰীকালীন অৱস্থাৰ শেষলৈকে ভাৰতৰ বিশেষকৈ অসমৰ অৱস্থা, লোকমন, স্বয়ংসেৱক তথা লোক সংঘৰ্ষ সমিতিৰ ভূমিকা, ভূমিগত লোকসকলৰ ভূমিকা, বিভিন্ন লোকৰ তেতিয়াৰ প্ৰধান মন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীলৈ দিয়া চিঠি আৰু লোক শিক্ষা তথা লোক জাগৃতিৰ কাৰণে প্ৰচাৰ কৰা সত্যাবাৰ্ত্তা (বুলেটিন) আৰু সংঘৰ তত্ত্বৰ বিষয়ে কিতাপখনিত লিখা হৈছে।

জৰুৰীকালীন অৱস্থাৰ পূৰ্বকালীন ভাৰত চৰকাৰৰ গণতন্ত্ৰৰ নামত চলা একতন্ত্ৰতা স্বৈৰাচাৰ, জনসাধাৰণৰ তথা সমাচাৰ পত্ৰৰ স্বাধীনতা নাশ আদিত দেশৰ জনতা অধৈৰ্য্য হৈ পৰিছিল আৰু লোকনায়ক শ্ৰীজয়প্ৰকাশ নাৰাৰয়ণজীৰ নেতৃত্বত জনসংঘ, ভাৰতীয় লোকদল, সাংগঠনিক কংগ্ৰেছ আৰু চোছিয়েলিষ্ট এই চাৰিটি ৰাজনৈতিক দলৰ সহ-যোগত ভাৰতত লোক সংঘৰ্ষ সমিতি গঠিত হৈছিল আৰু বিভিন্ন ৰাজ্যত এই সমি-তিৰ সুদৃঢ় সংগঠন হৈছিল, অৱশ্যে আমাৰ অসমত ইয়াৰ বলিষ্ঠ সংগঠন নাছিল। এই লোক সংঘৰ্ষ সমিতিৰ ১৯৭৫ চনৰ ২৫ জুনত দিল্লী মহানগৰীত বহা বৈঠকত ইয়াৰ পূৰ্ণ পৰ্য্যায়ৰ কাৰ্য্যক্ৰম স্থিৰ হৈছিল।

সেইদিনা ৰাতিয়ে লোক নায়ক শ্ৰীজয়প্ৰকাশ নাৰায়ণ, বৰ্ত্তমানৰ প্ৰধান মন্ত্ৰী শ্ৰীমোৰা-ৰজীভাই দেশাই প্ৰভৃতি নেতাসকলক গ্ৰেপ্তাৰ কৰি মন্ত্ৰীসভাত আলোচনা নকৰাকৈয়ে তেতিয়াৰ প্ৰধান মন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীয়ে ২৬ জুনৰ ৰাতিপুৱাৰে পৰা জৰুৰী অৱস্থাৰ ঘোষণা কৰি পিছত মন্ত্ৰীসভাৰ অনুমোদন লৈছিল।

জৰুৰী অৱস্থা ঘোষণা কৰাৰ কেইদিনমানৰ ভিতৰতে দেশৰ অগণন নেতৃস্থানীয় লোকক কাৰাৰুদ্ধ কৰা হয় আৰু ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ অবৈধ বুলি 4 জুলাইত ঘোষণা কৰাৰ আগতেই সংঘৰ সৰসংঘচালক পৰম পূজনীয় শ্ৰীবালাচাহাবে দেৱৰসজীক ২৯ জুনত আটক কৰি কাৰাৰুদ্ধ কৰে। আৰু কিছুদিনৰ ভিতৰতে সমগ্ৰ দেশৰ অগণন স্বয়ং সেৱক আৰু কাৰ্য্যকৰ্ত্তাক কাৰাৰুদ্ধ কৰে। পিছত অগণন কাৰ্য্যকৰ্ত্তা আৰু স্বয়ং সেৱকে লোক সংঘৰ্ষ সমিতিৰ আহ্বান কমে আৰু সংঘৰ নিৰ্দ্দেশক্ৰমে সত্যাগ্ৰহ কৰি কাৰাবৰণ কৰে। পঃ পূঃ সৰসংঘচালকজীয়ে দি যোৱা নিৰ্দ্দেশকমে সৰ কাৰ্য্যবাহ শ্ৰীমাধৱৰাওজী মূলেৰ আৰু অন্যান্য কাৰ্য্যকৰ্ত্তাসকলৰ নিৰ্দ্দেশ ক্ৰমে সংঘৰ অগণন কাৰ্য্যকৰ্ত্তা ভূমিগত হৈ থাকে আৰু জনশিক্ষা, জনসম্পৰ্ক আৰু জনজাগৃতিৰ কাৰণে যথা নিৰ্দ্দিষ্ট কাৰ্য্যপন্থা গ্ৰহণ কৰে আৰু সত্যাবাৰ্ত্তা প্ৰচাৰ কৰে। এই সকলো কথা এই কিতাপখনিত বৰ্ণনা কৰা হৈছে। ভূমিগত হৈ থকা অৱস্থাত তেওঁলোকৰ জীৱন যাত্ৰাৰ বিষয়ে তেওঁলোকৰ কাৰ্য্যৱলীৰ বিষয়ে আৰু জনসম্পৰ্ক আৰু সংগঠনৰ বিষয়েও ইয়াত বৰ্ণনা কৰা আছে।

সন্ত্ৰাস 'অধ্যায়ত অসমৰ আৰু মণিপুৰৰ বিভিন্ন স্থানৰ স্বয়ং সেৱক আৰু সত্যাগ্ৰহী সকলৰ ওপৰত কৰা অমানুষিক অত্যাচাৰ আৰু উৎপীড়ণৰ কথা বৰ্ণনা কৰা হৈছে। এই অত্যাচাৰবোৰৰ কথা পঢ়িলে গাৰ নোম শিয়ঁৰি উঠে আৰু গণতন্ত্ৰৰ নামত, আইন শৃঙ্খলাৰ নামত, দেশৰ কল্যাণৰ নামত কৰা অমানুষিক কাহিনীবোৰ পঢ়িলে লাজত, বিৰক্তিত, ক্ষোভত সকলোৰে অন্তৰ বিদ্ৰোহী হৈ উঠে।

দেশৰ প্ৰতিজন ব্যক্তিৰ অন্তৰত গুপ্তভাৱে জ্বলি থকা বিযাগ্নিয়ে প্ৰচণ্ড ৰূপ ধাৰণ কৰি যোৱা লোক সভা নিৰ্বাচনত ত্ৰিশ বছৰীয়া শাসন নিমিষতে উৰাই দিলে আৰু পৰবৰ্ত্তী বিধান সভাৰ নিৰ্বাচনতো জনসাধাৰণৰ বলিষ্ঠ শক্তিৰ পৰিচয় দেখুৱালে। সমগ্ৰ পৃথিবীয়ে ভাৰতৰ জনধসাধাৰণৰ জাতীয় চৈতন্য দেখি মুগ্ধ হ'ল। জৰুৰী কালীন অৱস্থাত মানুহৰ নৈতিক জীৱন নষ্ট কৰি পেলালে। আনকি আদালতেও বাধা দিব নোৱাৰা একতন্ত্ৰতা আৰু শাসনৰ বাঘজৰীৰ ভয়ত প্ৰতিজন মানুহেই অন্তৰত এজন আৰু বাহিৰত এজন হৈ পৰিল, অন্তৰে নোকোৱা কথাও মুখেৰে কবলৈ, দেখাত কৰিবলৈ বাধ্য হৈ পৰিল। মানুহৰ নিজত্ব বোলা বস্তু নাইকিয়া হৈ পৰিল। কিন্তু সুবিধা পোৱা মাত্ৰেই অন্তৰৰ জুই বাহিৰত প্ৰকাশ পালে আৰু প্ৰতিক্ৰিয়াই সমষ্টি ৰূপ-ধাৰণ কৰিলে। ব্যক্তিবাদ, অৰ্থলোভ আৰু ক্ষমতা লোভে কেনেকৈ মানুহৰ মানসিক ভাৰসাম্য লোপ কৰি মনুষ্যত্বৰ বাহিৰলৈ নিয়ে সেই কথাৰ প্ৰমাণ কৰিলে। এই সকলো কথা এই ক্ষুদ্ৰ পুথিখনিৰ বৰ্ণনাৰ পৰা লোকে কিছু বুজিব পাৰিব।

'সত্যবাৰ্ত্তা' অধ্যায়ত এতিয়াও লোক সমাজত পূৰ্ণভাৱে প্ৰকাশ নোপোৱা ৰহস্যপূৰ্ণ অনেক কথা প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছে। এইবিলাক কথা জৰুৰীকালীন অৱস্থাৰ সময়ত আমাৰ স্বয়ংসেৱকসকলে ভূমিগত হৈ থাকি প্ৰচাৰ কৰি জন জাগৃতি ৰক্ষা কৰিছিল।



'সংঘ' নামৰ চতুৰ্থ অধ্যায়ত সংঘৰ তত্ব লিখকে সংক্ষেপে প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছে। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ সম্পূৰ্ণ অ-ৰাজনৈতিক সামাজিক সাংস্কৃতিক অনুষ্ঠান। ই সম্পূৰ্ণৰূপে ভাৰতীয় ঐতিহ্য-সংস্কৃতিৰ ওপৰত গঢ়া। অস্পৃশ্যতা, জাতিভেদ, সাম্প্ৰদায়িকতা নাইবা উচ্চ-নীচ ভেদ ভাৱে ইয়াক স্পৰ্শ কৰিব নোৱাৰে। ইয়াৰ দৈনন্দিন চলা শাখাৰ জৰিয়তে, চৰ্চাৰ জৰিয়তে ৰাষ্ট্ৰীয় চৈতন্য সম্পন্ন চৰিত্ৰবান নাগৰিক সৃষ্টি কৰাই সংঘৰ প্ৰধান লক্ষ্য। 'ভাৰত মাতা কি জয়' মন্ত্ৰেৰে মাতৃ পূজাই ইয়াৰ চৰম ধ্যেয়।

শ্ৰীঅটলৰ কিতাপখনি পঢ়ি ৰাইজে আনন্দ পালে আমিও আনন্দিত হম।

২১।১২।৭৭

শ্ৰীগিৰিধৰ শৰ্মা
অসম প্ৰান্তীয় সংঘ চালক
বিহাবাৰী, গুৱাহাটী

## লিখাৰ পৰিকল্পনাৰ পৰা প্ৰকাশনলৈকে

স্বাধীনতা সংগ্ৰাম আৰু ইয়াৰ ভিন্ন ভিন্ন দিকৰ ওপৰত শ শ পুথি পুথি প্ৰকাশ পোৱাটো স্বাভাৱিক আৰু উচিতেই নহয়, ইয়াত সামাজিক আৰু ঐতিহাসিক আৱশ্যকতাও বিদ্যমান। প্ৰথম স্বাধীনতা সংগ্ৰামৰ ওপৰত বহুতো কিতাপ ওলাইছে আৰু আজিও ওলাই আছে, তেনেকৈ অলপতে শেষ হোৱা দ্বিতীয় সংগ্ৰামৰ ওপৰতো ইতিমধ্যে বিভিন্ন ভাষাত কেইবাটাও কিতাপ প্ৰকাশ পাইছে। উক্ত কিতাপসমূহৰ সেই শৃংখলাতে আছে এইখন কিতাপ।

জৰুৰীঅৱস্থাৰ বিৰুদ্ধে প্ৰতিৰোধাত্মক ভূমিগত আন্দোলনৰ ওপৰত লিখা এই প্ৰথম অসমীয়া ভাষাৰ কিতাপৰ বিশেষত্ব সিমানে নহয় যে এইখন কিতাপ জৰুৰীঅৱস্থাৰ বিৰুদ্ধে পূৰ্বোত্তৰ ভাৰতত চলা আন্দোলনৰ বিষয়ে আছে কিন্তু ইয়াৰ মুখ্য বিশেষত্ব এই যে এইখন কিতাপৰ লিখক মূলত এজন হিন্দী ভাষীলোক। এই কাৰণে হয়তো অসমীয়া ভাষা বা সাহিত্যৰ দৃষ্টিৰে কিতাপত দোষ আৰু কুটি থাকিব পাৰে। হয়তো হিন্দী ভাষাৰ প্ৰভাৱও কিতাপত পোৱা যাব। এই কাৰণে পাঠকসকলৰ ওচৰত মোৰ নিবেদন এই যে ভুল-ভ্ৰান্তিৰ কাৰণে এই লিখকক ক্ষমা কৰে যেন।

ভূমিগত আন্দোলন কেনেকৈ চলিলে, কোনে চলালে আৰু আন্দোলনকাৰীসকলে সেই সময়ত কি কি কাৰ্য্যক্ৰম হাতত ললে ইত্যাদি ইত্যাদি কথাৰ বৰ্ণনাৰ লগতে আন্দোলনৰ ৰাজহাড় ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ সেই সময়ৰ কাৰ্য্য পদ্ধতি আৰু কাৰ্য্যক্ৰমৰ লগতেই ৰাজনৈতিক দলৰ ভূমিগকাৰ বৰ্ণনা এই কিতাপৰ অন্য এটা বৈশিষ্ট্য। এই বৰ্ণনা দি কোনো সংগঠন বা দলৰ প্ৰশংসা বা নিন্দা কৰাৰ চেষ্টা বা ইচ্ছা লিখকে কৰা নাই, লিখকে প্ৰাপ্ত তথ্য আৰু সূচনা পাঠকৰ সন্মুখত থৈছে। যদিও এই অঞ্চলৰ সম্পূৰ্ণ তথ্য সংগ্ৰহৰ চেষ্টা কৰা হৈছে তথাপিও এইটো হব পাৰে যে কিবা এটা তথ্য, সূচনা বা ঘটনা ইত্যাদি লিখকে নজনাৰ কাৰণে কিতাপত হয়তো উল্লেখ হোৱা নাই।

জৰুৰীকালীন অৱস্থাৰ সময়ত গুপ্তৰূপে প্ৰকাশ হোৱা চিঠি, বুলেটিন, সত্যবাৰ্ত্তা ইত্যাদি অন্য যিমান সাহিত্য এই কিতাপত প্ৰস্তুত কৰা বা অন্তৰ্ভুক্ত কৰা বা উদ্ধৃত কৰা হৈছে সেই সম্পূৰ্ণ ভূমিগত সাহিত্য মূল ৰূপত দিয়া হৈছে। সেই সময়ত প্ৰকাশ পোৱা সেই সাহিত্য ভাষাৰ দৃষ্টিৰে শুদ্ধ-অশুদ্ধ আৰু স্পষ্ট-অস্পষ্ট যেনেকৈ



ভাল-বেয়া ৰূপত টাইপ বা লিথো হৈ প্ৰকাশ কৰা হৈছিল, তদুৰূপে জৰুৰীকালীন ভাষা বা জৰুৰীকালীন-মুদ্ৰণতেই সেই সাহিত্য এই পুস্তকত প্ৰকাশ কৰা হৈছে।

(১) ৰাঃ স্বঃ সংঘৰ অসম প্ৰান্তৰ প্ৰান্ত প্ৰচাৰক শ্ৰীশ্ৰীকান্ত যোশী আৰু সহকাৰী প্ৰান্ত প্ৰচাৰক শ্ৰীমধুকৰ লিময়ে আৰু শ্ৰীশশীকান্ত চৌথাইৱালে আৰু শ্ৰীভাস্কৰ কুলকৰ্ণীৰ লগত লিখকৰ সাক্ষাৎকাৰ, (২) গুৱাহাটীত অধ্যয়ণৰ কাৰণে পোৱা 'লোক সংঘৰ্ষ সমিতিৰ' জৰুৰীকালীন অৱস্থাৰ ফাইল কেইটা--(ক) আচাৰ্য্য সন্মিলনৰ বিষয়ে, (খ) নাগৰিক অধিকাৰ সমিতিৰ বিষয়ে, (গ) কোৰ্ট গোচৰৰ বিষয়ে (ঘ) পুলিচী অত্যাচাৰৰ বিষয়ে (ঙ) সংবিধান সংশোধনৰ বিষয়ে (চ) কাৰাগাৰ আৰু সত্যাগ্ৰহৰ বিষয়ে, (৩) শ্ৰীমধুকৰ লিময়ে, সংগ্ৰহ কৰি দিয়া বিৱৰণ, ৰিপোৰ্ট আৰু বাৰ্ত্তাপত্ৰ, সত্যবাৰ্ত্তা ইত্যাদি ভূমিগত সাহিত্য, (৪) লিখকে ডিব্ৰুগড়, তিনিচুকীয়া আৰু গুৱাহাটীত পোৱা ৰাতৰি কেইটা আৰু এই সকলো ঠাইত সত্যাগ্ৰহী বা ৰাজবন্দী কেইজনৰপৰা প্ৰাপ্ত তথ্য, (৫) জৰুৰী অৱস্থাৰ সময়ত দেখা, কৰা বা শুনা কাৰ্য্যৰ স্মৃতি আৰু যোৰহাটত লিখক আৰু সৰ্বশ্ৰী পৰমেশ্বৰলাল শৰ্মা, হেমচন্দ্ৰ শইকীয়া, গিৰিধাৰীলাল শৰ্মা, অনিল কুমাৰ বৰুৱাই সংগ্ৰহ কৰি দিয়া সত্যবাৰ্ত্তা আৰু অন্যান্য বুলেটিনসমূহ (৬) গুৱাহাটীৰ শ্ৰীপৰমানন্দ সিংঘলে কেইদিনমানৰ কাৰণে চাবলৈ দিয়া শ্বাহ আয়োগলৈ পঠোৱা কেছৰ ফাইল, (৭) নৱভাৰত টাইমচ্, পাঞ্চজন্য সাপ্তাহিক, অ'ৰ্গেনাইজাৰ, সাপ্তাহিক (দিল্লী) দ অসম ট্ৰিবুন আৰু দৈনিক অসম (গুৱাহাটী) ইত্যাদি, ইত্যাদি পত্ৰ---পত্ৰিকাসমূহৰ জেলত আৰু বাহিৰত সংগ্ৰহ কৰা 'কাটিংচ' আদি এই কিতাপৰ প্ৰধান আহিলা।

কিতাপ লিখা স্থিৰ কৰিছিলোঁ ইং ৩০।৬।৭৭ তাৰিখে আৰু কিতাপৰ কাৰণে সামগ্ৰী পোৱাৰ পিছত কিতাপ লিখা কাৰ্য্য ১২।৯।৭৭ তাৰিখে আৰম্ভ কৰি ইং ২৬।৯।৭৭ তাৰিখে কিতাপ লিখা শেষ কৰো। শ্ৰীমধুকৰ লিময়ে, শ্ৰীশশীকান্ত চৌথাইৱালে, শ্ৰীহেমচন্দ্ৰ শইকীয়াই আৰু শ্ৰীমেঘ মহন্তয়ে কিতাপৰ মূল-প্ৰতিৰ অংশ কেইটা পঢ়ে আৰু ভাষা ইত্যাদি শুধৰাই দিয়ে। অক্তোবৰ মাহত শ্ৰীচৈয়দ চালেহ আহমদে কিতাপৰ প্ৰথম, দ্বিতীয় আৰু তৃতীয় অধ্যায়ৰ 'প্ৰেছ-কপি' কৰি দিয়ে। তেওঁ কিতাপৰ বেটুপাত, ফটো, টাইপিং ইত্যাদি দিকতো সহযোগ কৰে। শ্ৰীচন্দ্ৰ শেখৰ চাহুৱে চতুৰ্থ অধ্যায়ৰ ফেয়াৰ কপি আৰু শ্ৰীৰামমোহন জয়চোৱালে বুলেটিন কেইটা টাইপ কৰি দিয়ে।

ইমাৰজেঞ্চী কালৰ--বিশেষকৈ বিপ্লৱীসকলৰ ফটো পোৱাটো আছিল এটা সমস্যা। প্ৰায় সকলো বিপ্লৱীয়ে নিজৰ ছবি দিবলৈ অনিচ্ছা কৰে। কিন্তু শ্ৰীৰমেশ শিলেদাৰ, শ্ৰীসুভাষ শৰবৰ্টে আৰু বিশেষকৈ শ্ৰীশশীকান্ত চৌথাইৱালে আৰু শ্ৰীবিনায়ক কনেটকৰৰ সহযোগত এই কিতাপত প্ৰকাশিত ফটোকেইটা কিতাপ প্ৰেছত থকা সময়ত পাওঁ।

ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ অসম (পূৰ্বোত্তৰ ভাৰত) প্ৰান্তৰ সংঘচালক মাননীয় শ্ৰীগিৰিধৰ শৰ্মা দেৱে প্ৰেছত পঠোৱাৰ আগে এই কিতাপৰ পাণ্ডুলিপি নিৰিক্ষণ কৰে।

মোৰ নিবেদনত এই কিতাপৰ প্ৰস্তাৱনা লিখা কষ্ট স্বীকাৰ কৰি তেওঁ মোক উৎসাহিত কৰে।

এই কিতাপৰ কাৰণে আগ বঢ়োৱা বিভিন্ন ধৰণৰ সহযোগৰ কাৰণে ওপৰত উল্লেখ কৰা বিশিষ্ট ব্যক্তি কেইজনৰ উপৰিও সৰ্বশ্ৰী ওমপ্ৰকাশ অটল, খেমৰাজ মোদী, শ্যামচুন্দৰ আগৰৱাল, আনন্দীলাল বাজাজ, গিৰিধাৰীলাল কৰণানী, ওমপ্ৰকাশ গাটানী আৰু গুৱাহাটীৰ শ্ৰীঅজয়নাথ আৰু শ্ৰীদেবেন্দ্ৰ কুমাৰ আনন্দৰ নাম ইয়াত উল্লেখনীয়।

ইতি

—গোবৰ্দ্ধন প্ৰসাদ অটল

কাতিক পূৰ্ণিমা, বিকমী চন ২০৩৪

যোৰহাট
দিনাংক
২৫।১১।৭৭

---

# ইমাৰজেঞ্চীৰ অকথিত কথা

কথা সূত্ৰ

গুৰু বাৰেৰ বেলা দশটাৰ সময়,
লোক ধৰে না, হাইকোৰ্টতে মাগো···

দুপৰীয়া বাৰটাৰ খবৰ লব পৰা নাই, এই কাৰণে ১ টাৰ নিউজ লোৱাৰ ইচ্ছাত মই আমাৰ ওচৰৰ দোকান এখনলৈ যাওঁ। এটালৈ দহ মিনিট থাকোতে ট্ৰাঞ্জীষ্টাৰ লৈ বহোঁ। দহ মিনিট আছে---ডিব্ৰুগড় ষ্টেচনৰপৰা ইংৰাজী সংগীত আহি আছে। ৰেডিঅ' অফ্ কৰোঁ, দুই-তিনি-মিনিটৰ পিছত আকৌ 'অন' কৰোঁ, কিন্তু ইংৰাজী গানহে আহি আছে। কি যে মানুহ মই, হাতৰ ঘড়ী নোচোৱাকৈ ৰেডিঅ' অন--অফ কৰি আছোঁ, পাঁচ-ছয় মিনিট বাকী আছে---এতিয়াও নিউজ আহিবলৈ!

"Times of India" আৰু হিন্দী দৈনিক "বিশ্বামিত্ৰ"ত সেই 'কেচৰ' বিবৰণ দেখি মোৰ বিশ্বাস হৈছে যে ৰাজনাৰায়ণ নিশ্চয় জিকিব। ৰাজনাৰায়ণৰ জয় লাভৰ লগে লগে ভাৰতীয় ৰাজনীতিত কি ধৰণৰ উথল মাথল আৰম্ভ হব তাৰ কল্পনা কৰা নাযায়! সঁচাকৈ কি আমি ভবাৰ দৰে হব, ইন্দিৰা গান্ধী কম নহয়। তাই কি যে নকৰে? তাইৰ ধূৰ্ত্ততা দেখা নাই জানো? হয়তো সম্ভৱতঃ এই কাৰণেই দাদাই কৈছিল-------"মোকৰ্দ্দমা ফাইল কৰি কি হ'ব? যি হব লাগিছিল হৈ গ'ল। আৰু যদি ৰাজনাৰায়ণৰ পিটিছনত' কিবা এটা আছে, তেতিয়াও কি ইন্দিৰা গান্ধীয়ে তেখেতক জিকিবলৈ দিব?" ----এই কথা আছিল সেইদিনাৰ যিদিনা শ্ৰীৰাজনাৰায়ণে লোকসভা নিৰ্বাচনত পৰাজয় বৰণ কৰাৰ পিছত ইন্দিৰা গান্ধীৰ নিৰ্বাচনৰ বিৰুদ্ধে এলাহাবাদ হাই ক'ৰ্টত পিটিছন দাখিল কৰে। আৰু ৰাজনাৰায়ণৰ পিটিছন দাখিলকৰণৰ খবৰ Times of India ত পায়, মই এই সমাচাৰ কাটি থকা দেখি দাদায়ে ওপৰোক্ত কথা কৈছিল। "এইটো অৱশ্যে হয়"----মইয়ো তেতিয়া ভাবিছিলো, "শ্ৰীমতী গান্ধীৰ লগত লগা সিমান উজু নহয়।" যিয়েই হওক কাকতে যি ধৰণে দিছিল, তাৰ পৰা মোৰ এনে লাগিছিল যে এইটো 'ইম্পৰটেন্ট'। আৰু তেতিয়াৰপৰা ৰাজনাৰায়ণ বনাম ইন্দিৰা গান্ধীৰ মোকৰ্দ্দমাৰ প্ৰত্যেক খবৰ মই খুব মনোযোগ দি পঢ়ো আৰু প্ৰায় ভাগ নিউজ পীচ-কাটি ৰাখোঁ।

এই কাৰণে আছিল উৎসুকতা, উত্তেজনা, ৰোমাঞ্চ আৰু উদ্বিগ্নতা। কিন্তু ঠিক এটাৰ সময়ত ৰেডিঅ'ত ডিষ্টাৰবেঞ্চ আৰম্ভ হয় "ট্ৰিং ট্ৰিং-------"কোনোবায় 'কলিং বেল' বজাইছে, কিন্তু ইয়াততো 'বেল' নাই। প্ৰায় ডেৰ-দুই মিনিট ৰেডিঅ'ত এই ধ্বনি শুনা যায়। "কি হ'ল, ষ্টেচনত বতৰ ভাল নাই নেকি?" ----ইমানতে ৰেডিঅ' স্পষ্ট হৈ পৰে। ৰাজনাৰায়ণ আৰু তেওঁৰ উকিলৰ বিষয়ে কোনোবায় ব্যক্ত কৰা মন্তব্য কৈ আছিল। মই বুজিলো যে মই ভবাৰ দৰে হৈছে---ধক্ ধক্ ধক্----। পূৰ্ণ মনেৰে খবৰ শুনি আছোঁ। কি হ'ল?"----কোনোবাই সোধে। হাতেৰে ইঙ্গিত দি মই কওঁ--"ৰ'ব, শুনিব পৰা নাই।" আৰম্ভৰ খবৰতো গ'ল আৰু এতিয়া কথা পাতিলে এইটোও যাব।

হিন্দী প্রসাৰণত স্পষ্ট শুনিলোঁ। শ্ৰীমতী ইন্দিৰা গান্ধী হাৰিল। ১৯৭১ চনৰ ইন্দিৰা গান্ধীৰ লোক-সভা, নিৰ্বাচন অবৈধ ঘোষণা কৰা হ'ল। শ্ৰীমতী গান্ধীয়ে ইস্তফা দিয়াটো থাটাং, নহলে কি কৰিব? এতিয়া কথা হ'ল কোন নতুন প্ৰধান মন্ত্ৰী হ'ব? কংগ্ৰেছৰ নেতৃত্বৰ কাৰণে বিভিন্ন গোটসমূহৰ মাজত সংঘৰ্ষ হোৱাটো নিশ্চিত। তেতিয়া কি হ'ব? সংসদ ভঙ্গ হোৱা সম্ভৱনা?—খুব কম আছে। নতুন প্ৰধান মন্ত্ৰীৰ কাৰণে দুটা নাম বেছি আহি আছে—শ্ৰীজগজীৱন ৰাম আৰু শ্ৰীচ্যৱন। কিন্তু অন্তাৰিম প্ৰধান মন্ত্ৰী হিচাপে শ্ৰীস্বৰণ সিং আৰু শ্ৰীসিদ্ধাৰ্থ শংকৰ ৰয়ও চৰ্চ্চাত আছে। কিন্তু দেশৰ দুৰ্ভাগ্য, দুই দিনত স্পষ্ট হৈ পৰে যে শ্ৰীমতী গান্ধী ত্যাগ পত্ৰ দিয়াৰ ইচ্ছা কৰা নাই। কংগ্ৰেছ ৰেলি আৰু সভা আয়োজনৰ পিছত স্থিতি আৰু স্পষ্ট হৈ পৰে। বিৰোধী দল সমূহৰ দাবীতো আছিলেই।

২৫ তাৰিখে দিল্লীত লোক সংঘৰ্ষ সমিতিৰ এখন সভা আছে। জে, পী, মোৰাৰজী ইত্যাদিয়ে ভাষণ দিব। লোক সংঘৰ্ষ সমিতিয়ে নিজৰ কাৰ্য্যকুম আৰু নীতি ঘোষণা কৰা কথা আছে।-----২৬ তাৰিখ খুউব মহত্ব পূৰ্ণ আছে।--------কালিৰ কাকতবোৰে সম্পূৰ্ণ বিবৰণ নিশ্চয় দিব। তাৰ পৰা ভবিষ্যতৰ নিৰ্দ্ধাৰণ কিছু পৰিমাণে স্পষ্ট হৈ পৰিব।-------------

কিন্তু আমাৰ কাৰণে সেই 'কালি' আহিল জানোঁ? আকাশবাণীত একো সমাচাৰ নাই। দৈনিক জনমভূমিত' কিন্তু খবৰ কেইটামান দিছে। আটক হোৱা নেতাসকলৰ নাম আছে শ্ৰীজয়প্ৰকাশ নাৰায়ণ, শ্ৰীমোৰাৰজী দেশাই, শ্ৰীচন্দ্ৰশেখৰ, শ্ৰীমল্কানী------। প্ৰেছ চেঞ্চৰছিপ বলৱত কৰা হৈছে, নাগৰিকৰ মৌলিক অধিকাৰ নিলম্বন কৰা হৈছে আৰু আৰম্ভ হৈছে ভয়, আতংক, অত্যাচাৰ, দমন, অন্যায় আৰু কঠোৰ পুলিচী ৰাজ কিয়নো আভ্যন্তৰিণ আপাতকাল ঘোষণা কৰা হৈছে।

ইয়াৰ হেঁচা নিশ্চয় আমাৰ ওপৰত পৰিব। আমি কি কৰিম? একতন্ত্ৰীয় শাসন আৰম্ভ হৈছে, আমাৰ ভূমিকা কি থাকিব? -----ইত্যাদি প্ৰশ্ন আমাৰ মনত ঘূৰি ঘূৰি আহি আছিল। বি, বি, চি আৰু ভইছ অফ আমেৰিকাৰ প্ৰসাৰণৰ পৰা কেইটা-মান খবৰ পাই আছিলো। পৰিস্থিতিৰ অলপ জ্ঞান তাৰ পৰা হৈ আছিল যদিও প্ৰকৃততে বাতাবৰণ আছিল অনিশ্চয় আৰু সন্দেহৰ।

আমি ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ স্বয়ংসেৱক। সংঘ শাসনৰ দমন আৰু পীড়নৰ সৰ্ব্বাধিক চিকাৰ হ'ব বুলি স্পষ্ট আছিল। আমি আমাৰ কাগজ-পত্ৰ ইত্যাদি ঠিক-ঠাক কৰা ২৬ তাৰিখৰ পৰাহে আৰম্ভ কৰিছিলোঁ। অন্য বন্ধুবৰ্গৰ পৰা ডায়েৰী ইত্যাদি নিৰীক্ষণ কৰা বা কিবা এটা লিখিব লাগে, এই বুলি লৈ ললোঁ। আমাৰ লগৰ এজন বন্ধুৱে গৈ কাৰ্য্যালয়ৰ কাগজ-পত্ৰ ঠিক-ঠাক কৰি আহে। অৱশ্যে কাৰ্য্যালয় খালি পিছত হে কৰা হয়। ২৬, ২৭ আৰু ২৮ তাৰিখে গুৱাহাটীৰ লগত সম্পৰ্কৰ চেষ্টা কৰা হয়। 'আলোক' সাপ্তাহিকৰ ফোন নাম্বাৰ নাপাওঁ। অন্য এটা-দুটা ঠাইত ফোন কৰাৰ চেষ্টা কৰো কিন্তু ব্যৰ্থ হওঁ। এই সময়তে আমাৰ চিনাকি এজন লোক গুৱাহাটীলৈ



নিজস্ব কামৰ কাৰণে যায়, তেখেতক দুই-এটা ঠাইৰ পৰা খবৰ অনাৰ কাৰণে কোৱা হয়। কিন্তু যিমানদূৰ এতিয়া মনত পৰিছে, তেওঁ একো খবৰ নানিলে বা আনিব নোৱাৰিলে। এই সময়ত সংঘৰ প্ৰান্তীয় সংঘ শিক্ষা বৰ্গ (শিবিৰ) গুৱাহাটীত চলি আছিল। সম্পূৰ্ণ প্ৰান্তৰ প্ৰায় ৩০০ স্বয়ং সেৱক ইয়াত শিক্ষাৰ্থী ৰূপে ভাগ লৈছিল। সংঘৰ নগৰ প্ৰচাৰক, জিলা প্ৰচাৰক ইত্যাদি সকলো অধিকাৰী তাতে আছিল। ইয়াত আমাৰ মনত খুব উদ্বি-গ্নতা আছিল। আমি আমাৰ অধিকাৰীসকলৰ ওপৰত কিছু খং কৰি আছিলোঁ; কাৰণ (১) এইটো নিশ্চিত হৈ গৈছিল যে সংঘৰ ওপৰত প্ৰতিবন্ধক আহিব। নাহিলেও সংঘৰ কাৰ্য্যকৰ্ত্তাসকলক ধৰা হ'ব। এই অৱস্থাত কিয় তাত শিবিৰ এতিয়ালৈকে চলাই আছে। তাত যদি সকলো অধিকাৰী আৰু স্বয়ংসেৱকক ধৰা হয় তেন্তে কি হ'ব? এই অৱস্থাত আমাৰ মতামত এইটো আছিল যে বৰ্গ ততালিকে বন্ধ কৰি দিব লাগে, যাতে কোনো স্বয়ংসেৱক পুলিচৰ চকুত নপৰে আৰু কোনো প্ৰচাৰক ধৰা নপৰে। দ্বিতীয়তে, আমি চাই আছিলোঁ গুৱাহাটীৰ পৰা অন্ততঃ কিবা এটা খবৰ নিশ্চয় আহিব। অধিকাৰী-সকলে নিশ্চয় ফোনেৰে নাইবা কাৰোবাৰ হাতত খবৰ পঠাব বুলি আমাৰ ধাৰণা আছিল। কিন্তু তিনি-চাৰি দিনলৈকে একো খবৰ-খাটি নহাত মনত খুব উদ্বিগ্নতা আছিল। এইটো স্বাভাৱিকো আছিল।

কিন্তু আমি যোৰহাটত আছিলো। গুৱাহাটীৰ পৰিস্থিতি আমি জনা নাছিলো। বৰ্গত কিন্তু আলোচনা হয় যে কি কৰিব লাগে? বৰ্গৰ পূৰ্ব্বনিৰ্দ্ধাৰিত কাৰ্য্যকৰ্ম মতে ৩০ জুনলৈকে চলাব লাগে, নে শেষ কৰি সকলোকে নিজৰ নিজৰ ক্ষেত্ৰত যাবলৈ ক'ব লাগে? এটা কথা কিন্তু সকলোৰে---গুৱাহাটীত অধিকাৰীসকলৰ মনত বা শিলচৰ, তিনিচুকীয়া বা যোৰহাটত চিন্তিত স্বয়ং সেৱক আৰু কাৰ্য্যকৰ্ত্তাসকলৰ মনত হক; স্পষ্ট আছিল, যে আমি নিজ ইচ্ছা আৰু যোজনা মতেহে ধৰা পৰিব লাগে। আলোচনাৰ পিছত ঠিক হ'ল যে বৰ্গ পূৰ্ববত চলিব লাগে। তাৰ পৰা অৱশ্যে প্ৰান্তৰ অন্য ঠাইলৈ সূচনা পঠোৱাৰ ব্যৱস্থাও কৰা হৈছিল। প্ৰান্তৰ সকলো ঠাইৰ পৰা এই কুমে চাৰি-পাঁচ দিনৰ ভিতৰতহে সূচনা আদান-প্ৰদান হৈছিল।

দিল্লী, কলিকতা আদিৰ লগত ইতিমধ্যে গুৱাহাটীৰ সম্পৰ্ক হৈছিল। সংঘৰ ওপৰত প্ৰতিবন্ধক লগোৱা হোৱা নাছিল, তথাপিও সংঘৰ সৰসংঘচালক পৰম পূজনীয় শ্ৰীবালা চাহেব দেৱৰসক উত্তৰ প্ৰদেশৰ সংঘ শিক্ষা বৰ্গৰ পৰা ঘূৰি নাগপুৰ গাওঁতে আটক কৰা হয়। অন্যান্য প্ৰচাৰকসকলকো ধৰাৰ চেষ্টা আৰম্ভ হৈছিল।

কিন্তু অসমত এতিয়ালৈকে একো হোৱা নাছিল। ইয়াত এটা কথা উল্লেখ কৰোঁ। সংঘই নিজৰ সংগঠনৰ সুবিধা মতে দেশখনক কিছুমান ভাগ (ক্ষেত্ৰ) আৰু প্ৰান্তত বিভক্ত কৰি কাম কৰি আছে। এই মতে সংঘৰ দৃষ্টিত অসম প্ৰান্তত অসম, মণি-পুৰ, নাগালেণ্ড, ত্ৰিপুৰা, মেঘালয়, মিজোৰাম ইত্যাদি পূৰ্বোত্তৰ ভাৰতৰ সকলো প্ৰদেশ অন্তৰভুক্ত আছে। সংঘৰ কাৰ্য্যত অসম প্ৰান্তৰ উল্লেখ কৰোঁতে এই সকলো অঞ্চল বুজিব লাগে। লোক সংঘৰ্ষ সমিতিৰ কামো সংঘই চলায়---সংঘৰ পদ্ধতিৰে। এই কাৰণে তাতো যেতিয়া অসমৰ বিষয়ে উল্লেখ হয় তেতিয়া এই সম্পূৰ্ণ অঞ্চল বুজিব

লাগে। অৱশ্যে ভূমিগত আন্দোলনকাৰী সকলে লোক সংঘৰ্ষ সমিতিৰ বিৱৰণ ইত্যাদি তৈয়াৰ কৰোঁতে বা অফিচিয়েল কাগজ-পত্ৰ বনাওঁতে চেষ্টা কৰি প্ৰায়ভাগ বিৱৰণত এই অঞ্চলৰ বিভিন্ন ৰাজনৈতিক খণ্ড ( Unit) অনুসৰিহে ৰিপোৰ্ট লিখিছে।

ইমাৰজেঞ্চী ঘোষণা হোৱাৰ আগতে অসমত শিক্ষক সংঘ বা এ, চি, টি, ,এ, আন্দোলনৰ নামত "মিছা" বা অন্য আইনৰ অধিনত শ্ৰীদেৱ প্ৰসাদ বৰুৱা আৰু শ্ৰীনন্দেশ্বৰ তালুকদাৰ আদিক লৈ প্ৰায় ৭ জন লোক জেলত আছিল। আপাতকাল ঘোষণাৰ লগে লগে ২৬ তাৰিখৰ পৰা ১ জুলাই ১৯৭৫ চনলৈকে পি, ডি, পি, চোচিয়েলিষ্ট পাৰ্টি, সংঘ, জনসংঘ, চি, পি, এম ইত্যাদি দলৰ সৰ্ব্বশ্ৰীদুলাল চন্দ্ৰ বৰুৱা, গোলাপ বৰবৰা, বিষ্ণু গোস্বামী, উদ্ধৱ বৰ্ম্মন, হৰমোহন দাস, বিমলেন্দু চক্ৰবৰ্ত্তী, ভবেন্দ্ৰ চন্দ্ৰ গগৈ, নিবাৰণ বৰা, নুৰুল হুডা, ডাঃ দিলীপ কুমাৰ চৰকাৰ, প্ৰীতি ভূষণ চক্ৰবৰ্ত্তী, অজিত শৰ্মা, ফণি বৰা, শঙ্কৰ দাস, লক্ষেশ্বৰ গোহাঁই, হৰেন্দ্ৰ গোস্বামী আৰু মাৰ্টিন ভূঞা ইত্যাদি লৈ প্ৰায় ৩৭।৪০ জনক গ্ৰেপ্তাৰ কৰা হয়।

## বি· বি. চি. ঘনে ঘনে বিনায়

গুৱাহাটীৰ আউনীআটী সত্ৰৰ প্ৰাঙ্গণত কি হৈ আছে, সম্ভৱতঃ অসম চৰকাৰে জনা নাছিল। এই কাৰণে বি. বি. চি. য়ে যেতিয়া নিজৰ প্ৰসাৰণত ইয়াত হৈ থক ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ শিক্ষা বৰ্গৰ কথা উল্লেখ কৰে, তেতিয়া চৰকাৰ আৰু পুলিচ বিভাগ হতভম্ব হৈ পৰে। কিন্তু তেতিয়ালৈকে খুব পলমহৈ গৈছিল। সংঘ অধিকাৰীসকলে জানিছিল যে 'তেওঁলোক' আহি আছে।

এতিয়া ৩০ জুনৰ ঠাইত ২৯ জুনৰ আগবেলা সংঘ শিক্ষা বৰ্গ শেষ কৰিব লাগে বুলি • স্থিৰ কৰা হয়। এই কাৰণে যেতিয়া পুলিচৰ উচ্চ স্থানীয় বিষয়ববীয়াসকলে প্ৰায় ২০০ জনৰ 'ফোৰ্চ' লৈ শিবিৰ ক্ষেত্ৰৰ ২৯ তাৰিখে ৰাতি পুৱা প্ৰায় ৯ টাত ঘেৰাও কৰে, সেই সময়ত স্বয়ং সেৱকসকল নিজ নিজ ঘৰলৈ যাবলৈ সাজু আছিল। পুলিচে সোধে—"আপোনালোকৰ অধিকাৰী কোন আছে ?" "বৰ্গশেষ হ'ল, আমাৰ অধিকাৰীসকলে নিজ নিজ এৰিয়ালৈ গ'ল। আমি নিজ নিজ ঘৰলৈ ওলাইছোঁ।" তেওঁলোকক উত্তৰদিয়া হয়। পুলিচে তালাচি আৰম্ভ কৰে। তাত থকা সকলোকে প্ৰশ্ন কৰে—

"আপোনাৰ নাম কি ? সংঘত কোনে আনিলে ? কেতিয়াৰ পৰা আহি আছে ? আপোনাৰ তাত সংঘ চালক কোন ? প্ৰচাৰকৰ কি নাম ? তেওঁ ক'ত থাকে ? আপোনাক যোশীজীয়েই ইয়াত আনিলে নেকি ? মধুকৰ লিমায়ে ইয়াত অহাৰ প্ৰেৰণা দিয়া নাই জানো ? তেওঁলোক ইয়াৰ পৰা ক'ত গ'ল ? কেতিয়া গ'ত ? ইয়াত কোনোবা বিভাগ বা জিলা প্ৰচাৰক উপস্থিত নাই নেকি ? - - - - - - - - - - - - "

" ইমাৰজেঞ্চীৰ বিষয়ে কি ভাৱে ? কংগ্ৰেছ চৰকাৰ কেনেকুৱা ? আপুনি কোন দলৰ লগত সম্বন্ধিত ? প্ৰধান মন্ত্ৰীৰ বিষয়ে আপোনাৰ কি মতামত ? ইন্দিৰা গান্ধীৰ নীতিসমূহ আপুনি সমৰ্থন কৰে নে নাই ? - - - - "ইত্যাদি নানা প্ৰশ্ন স্বয়ংসেৱক সকলক কৰা হয়। অলপতে শেষ হোৱা শিক্ষাবৰ্গৰ প্ৰশিক্ষণৰ প্ৰভাৱ ! লগতে প্ৰায় ২৫০ স্বয়ংসেৱকৰ উপস্থিত !! আপাতকাল আৰু আহিবলগীয়া প্ৰতিবন্ধকৰ সময়ত কৰিব লগীয়া বিপ্লৱকাৰী কাৰ্য্যকলাপৰ আভাস ! ! ! এই সকলো ৰোমাঞ্চকাৰী অনুভূতিৰ পৰা প্ৰফুল্লিত আৰু উৎসাহিত স্বয়ংসেৱক বৰ্গ খুব আনন্দেৰে পুলিচৰ প্ৰশ্নৰ উত্তৰ দিয়ে- - -



"মোৰ নাম - - - । গৰম বন্ধ হোৱাত ফুৰিবলৈ ওলাইছিলোঁ। বাটত লগ পাওঁ মধুজীক। তেখেতে কথা প্ৰসংগত এই বৰ্গত অহা নিমন্ত্ৰণ দিয়ে আৰু মই ইয়াত আহিলোঁ - - ।" " - - - - - - - - - - - - - - - - "

" - - - - -যোশীজী ডাঙৰ নেতা। মইতো তেখেতক দেখা ই নাই। তেওঁ কেনেকুৱা ব্যক্তি, কেনেকৈ কম ? - - - - - - - - "

"মোক সংঘলৈ পৰম পূজ্য শ্ৰীগুৰুজীয়ে আনে" এজনে কয়। গুৰুজীয়ে সংঘত অনা স্বয়ং সেৱক নিশ্চয় মহত্বপূৰ্ণ হব লাগে। কিন্তু ক'ব নোৱাৰো পুলিচে কিয় তেখেতৰ কথাত মন নকৰে। তেওঁ আছিল গুৰুজীৰ নাতিনীয়েক--শিৱসাগৰ জিলাৰ প্ৰচাৰক শ্ৰীসুভাষ শৰবটে, সহজে স্বয়ং সেৱক বৰ্গৰ মাজত শাৰীত ঠিয় হৈ আছিল !

"ইন্দিৰা গান্ধী খুব ভাল। দেখিবলৈ খুব সুন্দৰ। আজিও সৌন্দৰ্য্যৰ - - -" এইটো উত্তৰ আছিল মণিপুৰৰ পৰা অহা স্বয়ংসেৱক এজনৰ। - - - - - -"

পুলিচ আৰু আই. বি. বিষয়ায়ে চিন্তা কৰিলে এইধৰণে এওঁলোকৰ পৰা একো নাপাওঁ। সকলো স্বয়ংসেৱক জিলা হিচাবে বেলেগ বেলেগ কৰিলে। তেওঁলোকক কোঠাত নিলে। তাত প্ৰশ্নোত্তৰ হ'ল। ঘৰৰ তালাচী হ'ল। কিন্তু নাই ! একো পোৱা নাই ! কাকো গ্ৰেপ্তাৰ নকৰিলে, সম্ভৱতঃ মাত্ৰ প্ৰান্ত প্ৰচাৰক, সহকাৰী প্ৰান্ত প্ৰচাৰক, বিভাগ প্ৰচাৰক আৰু জিলা প্ৰচাৰক সকলোকে ধৰা আদেশ তেওঁলোকক দিয়া হৈছিল।

কিন্তু সৰ্ব্বশ্ৰী শ্ৰীকান্ত যোশী, মধুকৰ লিমায়ে, ভাস্কৰ কুলকৰ্নী ইত্যাদি পুলিচৰ উপস্থিতিতেই শিবিৰৰ পৰা ওলায়। নগাওঁ বিভাগৰ প্ৰচাৰক শ্ৰীপ্ৰফুল্ল বৰা সত্ৰৰ কাষত বৈ থকা নৈৰ পাৰত বহি মাছ ধৰা অভিনয় কৰে। প্ৰচাৰক সকলে তাৰ পৰা ওলোৱাৰ আগতে চিন্তা কৰে যে ইয়াত স্বয়ং সেৱকসকলক অকলশৰীয়াকৈ এৰি কেনেকৈ যাওঁ। কোনোবা নহয় কোনোবা ইয়াত থাকিব লাগে। যাতে স্বয়ং সেৱক বৰ্গ নিৰুৎসাহিত নহয় আৰু পুলিচে কি কৰে এইটো দৃষ্টি ৰাখিব পাৰে। আৰু স্বয়ং সেৱক সকলক কোনো প্ৰকাৰৰ পৰামৰ্শৰ প্ৰয়োজন হলে পৰামৰ্শ আগ বঢ়াব পৰাৰ উদ্দেশ্যে ধুবুৰীৰ বিভাগ প্ৰচাৰক শ্ৰীশ্ৰীধৰ পাঠকক তাত ৰবলৈ কোৱা হয়। ডাঙৰ কথা এইটো যে গামোছা আৰু গেঞ্জী পিন্ধি থকা শ্ৰীশ্ৰীধৰ পাঠকে সকলো স্বয়ং সেৱকক বিভিন্ন নিৰ্দেশ দি থাকে। ভাত খোৱা সময় হওঁতে তেখেতে স্বয়ং সেৱক সকলক ভাত খাবলৈ দিব লাগে বুলি পুলিচক অনুৰোধ কৰে। পুলিচে একো পোৱা নাছিল---তাত থকা স্বয়ং

সেৱকসকলৰ বিৱৰণ লিখে আৰু ছবিও তোলে, কিন্তু শ্রীধৰ পাঠকক ভাত বন্ধা ল'বা বুলি ভাবি তেওঁৰ পৰা একো সোধা পোছা নকৰে। জিলা প্রচাৰকে প্রায় তাত স্বয়ং সেৱকৰ ৰূপত আছিল কিন্তু ধৰা নপৰিল।

উনৈচশ পয়সত্তৰৰ সাত আৰু আঠ জুন তাৰিখে বৰপেটাত অসমৰ বিৰোধী দলসমূহৰ এটা বৈঠক হৈ যায়। 'গণ আন্দোলন পৰিষদ' বা 'জনতা আন্দোলন পৰিষদৰ নামত অসমত এটা সংযুক্ত বিৰোধী মৰ্চা গঠনৰ সিদ্ধান্ত সেই বৈঠকত লোৱা হয়। ৫৭ জনীয়া এখন কাৰ্য্যকৰি সমিতি গঠন কৰা হয়। 'পৰিষদ'ৰ প্ৰমুখ নেতা বা কাৰ্য্যকৰ্তা কেইজন এতিয়ালৈকে গ্ৰেপ্তাৰ কৰা হৈছিল। সেই পৰিষদ বা অন্য বিৰোধী দলসমূহে ভূমিগত আন্দোলনৰ সময়ত কি কৰে বা কি কৰিব পাৰে এই বিষয়ে আন্দোলনৰ বিৱৰণত যথাস্থানত উল্লেখ হব। ভূমিগত হোৱা আৰু ভূমিগত কাৰ্য্য প্ৰমুখ্যে ৰূপে কোনে কৰিব লাগিব---এইটো নিশ্চিত হৈয়েই গৈছিল।

## মুক্তি যুজাৰু, হুচিয়াৰ! হুচিয়াৰ!!

সংঘৰ শিক্ষা বৰ্গ শেষ হ'ল। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ প্ৰান্ত প্ৰচাৰক আৰু বিভাগ প্ৰচাৰকসকল গুৱাহাটীতে প্ৰথম বৈঠক কৰে। সকলো ঠাইত কাগজ পত্ৰ ঠিক ঠাক কৰিব লাগে আৰু সকলো প্ৰমুখ কাৰ্য্যকৰ্ত্তাই গ্ৰেপ্তাৰৰ পৰা বাচি থাকিব লাগে----এই সিদ্ধান্ত লৈ সকলো প্ৰচাৰক নিজ নিজ কাৰ্য্যক্ষেত্ৰলৈ যায়।

১৯৭৫ চনৰ ৪ জুলাই তাৰিখে ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘক অবৈধ বুলি ঘোষিত কৰা হয়।

অসম প্ৰান্তৰ প্ৰচাৰক মাননীয় শ্ৰী শ্ৰীকান্ত যোশীয়ে স্বয়ং সেৱকসকলক এটা প্ৰেছ বিজ্ঞপ্তি যোগেদি সংঘ শাখা আৰু অন্যান্য দৈনন্দিন কাৰ্য্য বন্ধ কৰিবলৈ কয়। দি ষ্টেটচ্‌মেন্, দি হিন্দুস্থান টাইমচ্, ইণ্ডিয়ান এক্সপ্ৰেছ আৰু হিন্দী দৈনিক সন্মাৰ্গ কাকতে তেওঁৰ বক্তব্য প্ৰকাশ কৰে। মণিপুৰ আৰু শিলচৰ বিভাগৰ বিভাগ প্ৰচাৰক শ্ৰীভাস্কৰ কুলকৰ্নীয়ে স্বয়ংসেৱক সকলক এখন চিঠিৰ যোগেৰে সংঘৰ শাখা বন্ধ কৰি অন্য ৰচনাত্মক কাৰ্য্যত যোগ দিবলৈ কয়।

সৰ্বশ্ৰী মোহম্মদ ইব্ৰাহীম আনচাৰী, ৰমেশ ব্ৰহ্মচাৰী, পিযুশ কান্তি ভট্টাচাৰ্য্য, নাৰায়ণ চন্দ্ৰ খাটনীয়াৰ, সুৰেণ হাজৰিকা, শান্তিপদ বয়, মাণিক চন্দ্ৰ দাস, গুৰুপদ ভৌমিক, ৰমেশ শিলেদাৰ আৰু ব্ৰজেন প্ৰসাদ ইত্যাদি বিভিন্ন সংগঠনৰ প্ৰায় ৭০ জন লোক জুলাই মাহত ধৰা পৰে।

সেই একে সময়তে বিভিন্ন সংগঠন, বিশেষকৈ ৰাঃ স্বঃ সংঘৰ কাৰ্য্যালয়সমূহৰ তালাচী সম্পূৰ্ণ প্ৰান্তত চলে------



শ্ৰীমধুকৰ লিমায়ে জনোৱা মতে গুৱাহাটীৰ কাৰ্য্যালয় চিল কৰা সময়ত তাত কেইদিনমান আগতে শেষ হোৱা শিবিৰত বাচি থকা ৫ কুইণ্টল চাউল, এক বস্তা আলু আৰু প্ৰায় আধা টিন মিঠা তেল ৰখা হৈছিল----কিন্তু এই বস্তুবোৰ পোৱা নগল। এটা টেপ ৰেকৰ্ডাৰ আৰু কেচেট কেইটাও আছিল, কিন্তু এতিয়া নাইকিয়া। সংঘৰ উক্ত কাৰ্য্যালয় লক থাকোতে ডি, এচ, পি এজনৰ খুলশালীয়েকৰ বিয়াৰ সময়ত ব্যৱহাৰ কৰা হয়। এই বিয়াৰ নিমন্ত্ৰণ পত্ৰিকা কেইখনমান যোৱা জুন মাহৰ প্ৰথম সপ্তাহলৈকে এই কাৰ্য্যালয়ত আছিল বুলি কোৱা হৈছে। পুলিচৰ তালাচিৰ কাৰণে যোৱাৰ আগতে এই কাৰ্য্যালয়ৰপৰা হিচাবৰ বহী আৰু স্বয়ং সেৱকৰ নাম-তালিকা মান্নহে উলিয়াব পৰা যায়। কাৰ্য্যালয়ৰ বস্তু ভাণ্ডাৰৰ বহু হাজাৰ টকা মূল্যৰ মাল এতিয়াও উদ্ধাৰ কৰিব পৰা নাই।

নলবাৰী, নগাওঁ, হোজাই, তেজপুৰ, যোৰহাট, আগৰটলা, গোৱালপাৰা আৰু বঙ্গাইগাওঁ কাৰ্য্যালয় পুলিচে 'ৰেড' কৰাৰ আগতে খালি কৰি দিয়া হয়। এই সকলোতে পুলিচে একো নাপায়।

কিন্তু শ্বিলং, উত্তৰ লক্ষীমপুৰ, ডিব্ৰুগড়, তিনিচুকীয়া, শিলচৰ আৰু ইম্ফল নগৰৰ কাৰ্য্যালয় পুলিচে 'শিল' কৰে। ইয়াত প্ৰাপ্ত কাগজ-পত্ৰ আৰু অন্যান্য বস্তু পুলিচে থানালৈ লৈ যায়। শিলচৰ কাৰ্য্যালয়ত মেৰামতিৰ কাৰণে খুলি থোৱা মটৰ চাইকেল এখনো পুলিচে লৈ যায়।

ইম্ফল কাৰ্য্যালয়ৰ ঘটনা---চাবি জুলাইৰ দিনা দিনৰ ডেড়টা বজাত পুলিচ যেতিয়া কাৰ্য্যালয়ৰ তালাচিৰ কাৰণে যায় তেতিয়া কাৰ্য্যালয়ত আছিল সংঘৰ প্ৰচাৰক শ্ৰীইবোতোম্বী সিং, শ্ৰীবীৰ মঙ্গল শৰ্মা আৰু শ্ৰী যাদা সিং। এতিয়া কি হ'ব? প্ৰচাৰক ধৰা পৰিব নেকি?-----সেইদিনা মেট্ৰিক পৰীক্ষাৰ ফলাফল ঘোষিত হৈছিল। কেইজনমান ছাত্ৰ সংঘ সেৱকো তাত আছিল। পুলিচে সোধে সংঘ কাৰ্য্যালয় আৰু কুলকৰ্নীৰ বিষয়ে। তেওঁলোকে কয়---"আমি তেওঁক চিনি নেপাওঁ।"----"আমি ছাত্ৰ আমাৰ আজি ৰিজাল্ট ওলাইছে, কাকতত ৰিজাল্ট চাবলৈ আহিলোঁ। ইয়াত সকলো পেপাৰ থাকেতো।" এইদৰে কথা-বাৰ্ত্তা হৈ আছিল। কাৰ্য্যালয়ত পুলিচ দেখি সন্মুখৰ দোকানী এজনৰ জিজ্ঞাসা হয়। সি দোকানৰ পৰা মাত লগায়--"বীৰ মঙ্গল, বীৰ মঙ্গল! কি হ'ল?--" পুলিচে বুজি পালে। তেওঁলোকে ওচৰৰ কোঠাৰ তালাচী লয়। তাত শুই থাকে ইবোতোম্বী সিং। কাগজ-পত্ৰ আৰু ৰেকৰ্ড ইত্যাদি তাত পোৱা সকলোবস্তু জব্দ কৰাৰ উদ্দেশ্যে পুলিচে ঠিক-ঠাক কৰিবলৈ ধৰে। বীৰ মঙ্গল শৰ্মাই চিন্তা কৰে----আমি কোনেও ধৰা পৰিব নালাগিছিল। কিন্তু---এতিয়া কি কৰিব পৰা যায়।----কাৰ্য্যালয় দ্বিতীয় মহলাত আছিল। ৰাস্তাৰ জখলাত আৰু কোঠাৰ সন্মুখত পুলিচ থিয় হৈ আছে। পিছফালে জঙ্গল আছে। ভিতৰৰ কোঠাৰ খিৰিকি ভাঙি তেওঁ জপিয়াই----ইবোতোম্বী সিঙে দেখিলে যে বীৰ মঙ্গলতো গল। তেওঁ পায়খানাত সোমায়। পায়খানাৰ ছাল একৰাই ওলাই খুব সফলতাৰে চিড়িৰ ফালৰ পৰা পুলিচৰ সন্মুখেদি ওলাই যায়। ইয়াত উপস্থিত থকা পুলিচৰ মানুহে ভাবে যে ওপৰৰ পৰা আহি আছে অৰ্থাৎ যাবলৈ দিয়া

হৈছে নেকি ? দুজনে হাতৰ পৰা পলাইছে। পুলিচ বিষয়াসকলৰ খঙৰ সীমা নাই। যাত্রা সিং আৰু এজন ছাত্রক থানালৈ নিয়া হয়। "ইন্টাৰ'গেছেন' হয়। তেওঁলোকে কয়—"সংঘৰ প্রচাৰক জনতো পলাই গৈছে। আমি ছাত্র।---গাঁৱত থাকোঁ। আমাক ধৰি বাথি কি হ'ব ? ---ভাস্কৰ কুলকৰ্নী? ---আমি চিনি নাপাওঁ । ---" আছুল-জনতো হাতত অহা নাই। এওঁক ধৰি লাভ নাই বুলি ভাবি পুলিচে যাত্রা সিং আৰু লগত অনা জনকো এৰি দিয়ে।

৮ জুলাইৰ যোৰহাটৰ কথা। গোলাঘাট মহকুমাৰ প্রচাৰক শ্রীদিগেন চন্দ্র নাথ যোৰ-হাটত আছিল। ৰাতি ক'ত থাকিব ? এজন-দুজনে তেখেতক ৰাতি ৰখাৰ কাৰণে মান্তি হয়। কিন্তু তেওঁ তাত নাথাকে। পুলিচৰ চকুত থকা বৰগোলাত শ্রীমানমল নাহৰৰ দোকান তেওঁ পচন্দ কৰে। বিপদৰ আশংকা থকা স্বত্বেও ৰাতি তাতে থাকে। ৰাতিপুৱা প্রায় ৪·০০ বজাত পুলিচ তাত উপস্থিত হয়।

"মানমল নাহৰ ক'ত ?"

"মই নাজানো"

"আপুনি কোন ?"

"মই ইয়াত মুনিম। যোৱা ডেৰ মাহৰ পৰা আছোঁ।"

"এইখন বিজয়ৰাজ জৈনৰ দোকান নহয় জানো ? তেওঁ ক'ত আছে ?"

"তেখেত ইয়াত নাই। ৰাজস্থানলৈ গৈছে---। ৰাজস্থানৰ এড্রেচ মই কব নোৱাৰো।"

---ইমান কথা-বাৰ্ত্তাৰ পিছত পুলিচে এটা ফটো উলিয়ায়। গুৱাহাটীৰ সংঘ শিক্ষাবৰ্গৰ 'বেড'ত তোলা, এই ফটো আছিল শিৱসাগৰ জিলাৰ স্বয়ংসেৱকসকলৰ। ইয়াত শ্রীদিগেন চন্দ্র নাথও আছিল। ধক্ ধক্----তেখেতে ফটো চায়। কয়, কাকো চিনি নাপাওঁ। কিন্তু পুলিচে যদি মিলায় ? মিলোৱাৰ আগতে তেওঁ কয়--"মই পায়খানালৈ যাব লাগে।" পুলিচে অনুমতি নিদিয়াত তেখেতে কয় ---"তেনে হলে আপুনি বক। মই ইয়াতে বহোঁ।" দুজন পুলিচৰ লগত তেখেতক যাবলৈ কোৱা হয়—"বেগেতে ঘূৰিব।" তেওঁ পায়খানাত বহে। পুলিচে দৰজা খট্--খটাই আৰু লৰচৰ কৰি কিবা এটা চায়। "ঠিক আছে।" ---অলপ দূৰলৈগে তেওঁলোক থিয় হয়। ভিতৰৰ পৰা শ্রীনাথে চায়---সন্মুখৰ ঘৰৰ সীমাত এখন বেৰ আছে। তাৰ এফালে এটা নলা আৰু কাৰোবাৰ ঘৰ নলাৰ পিছত আছে। শৌচ কোনে কৰে ? তেওঁ লাহেকৈ উঠে। চাৰিও ফালে এবাৰ দৃষ্টি দিয়ে আৰু বেৰা ভাঙি নলাৰ ওপৰেদি জপিয়াই পলায়। এইটো ঘৰ এজন স্বয়ং সেৱকৰ আছিল। তেখেতে পলোৱাত অসুবিধা হোৱাৰ প্রশ্ন নাছিল। পিছত কি হব বা হয় তেখেতে চিন্তা নকৰে----।

৮ জুলাইৰ দুপৰীয়া শ্রীদুলীচন্দ্র আগৰৱাল আৰু ঘৰমালিকৰ দুজনী ছোৱালীৰ সহ এই লিখকে যোৰহাট কাৰ্য্যালয় খালি কৰে। ভিতৰৰ কোঠালীৰ চাবি নোপোৱাত তাক মাৰতোলেৰে ভঙা হৈছিল। এঘন্টাত সেই গৰমত তাৰ পৰা বস্তু-বাহিনী উলোৱাৰ পিছত আমি কাৰ্য্যালয়ৰ ভিতৰত হাত-মুখ ধুওঁ। পিয়াহ লাগি আছিল। চাইকেল কাৰ্য্যা-



লয়ৰ সন্মুখত এৰি আমি ঘৰৰ মালিকৰ ঘৰত পানী খাবলৈ যাও আৰু ইফালে ে সোমায় পুলিচ ফ'ৰ্চ। আমি ভিতৰত থাকোঁ আৰু তাত থকা নাৰী বৰ্গ পুলিচৰ লগত কাৰ্য্যালয় নিৰিক্ষণৰ সময়ত থাকে। পুলিচৰ প্রশ্নৰ উত্তৰত তেওঁলোকে কয় যে শ্রীমধুকৰ লিমায়ে আৰু শ্রীসুভাষ শৰবটে যোৱা প্রায় ২০-২৫ দিনৰ পৰা এই ফালে অহা নাই। কাৰ্য্যালয়ত হাত-মুখ ধোৱা হৈছিল আৰু তলা ভঙা হৈছিল। পুলিচে সোধাত তেওঁলোকে কয় যে ইয়াত ঢেৰ মানুহ আহি থাকে, গৈ থাকে, আমি কাক, কাক চাই থাকিম ?" "এইটো চাইকেল কাৰ ?"----সন্মুখত পৰি থকা চাইকেলৰ বিষয়ে পুলিচে প্রশ্ন কৰে। তাত থকা কলেজৰ ছাত্রী এজনীয়ে কয়—"মোৰ লগত পঢ়ি থকা ল'ৰা এজন আহিছে। ঘৰত বহি আছে।" কিন্তু পুলিচৰ মানুহে যে কি ৰকমৰ কাম কৰে, তেওঁ এইটো নোসোধে যে, কোন আছে ? বা কাৰ্য্যালয় চেকিংঙৰ সাক্ষীৰ কাৰণে কমকৈ হলেও এটা মটা মানুহ লাগে—"তেওঁক মাতক।" প্রায় দুই ঘন্টা পুলিচ তাত থাকে আৰু আমি ভিতৰত বহি থাকোঁ। পুলিচ যোৱাৰ পিছত আমি ওলাওঁ।

ইতিমধ্যে পৰম পূজনীয় বালাচাহেব দেৱৰসে ২৭।৬।৭৫ তাৰিখে স্বয়ং সেৱক সকললৈ লিখা চিঠি আৰু সৰকাৰ্য্যবাহ মাননীয় শ্রীমাধৱাও মূলে ১ জুলাই তাৰিখে লিখা চিঠি স্বয়ংসেৱক সকললৈ প্রেৰণ কৰা হয়। এটা কথা মন কৰিবলগীয়া যে দুয়োখন চিঠি প্রতিবন্ধক লগোৱাৰ আগেয়ে লিখা হৈছিল। মাত্র সৰসংঘচালক-জী এৰেষ্ট (তেখেতক আটক কৰা হয় ৩০ জুনৰ দিনা) হ'ব, তেওঁৰ বাহিৰে কোনেও হব নালাগে বুলি সিদ্ধান্ত নাগপুৰে আপাতকাল ঘোষণা হোৱাৰ লগে লগে লয়। কিয়নো ভবিষ্যতৰ ইংগিত সকলোৱে পাই গৈছিল। আপাতকালৰ সময়ত সংঘৰ স্বয়ংসেৱক সকলক মহত্বপূৰ্ণ ভূমিকা নিৰ্ব্বাহ কৰিব লাগিব বুলি স্পষ্ট আছিল। এই দৃষ্টিৰে উক্ত দুয়োখন চিঠিতে ঐতিহাসিক মহত্ব বিৰাজমান। এই চিঠিখনৰ অসমীয়া অনুবাদ ইয়াত অবিকল দিয়া হৈছে----

(১)

( মাননীয় মাধৱৰাও মূলেৰ পত্রৰ প্রতিলিপি )

নাগপুৰ, ১ জুলাই, ১৯৭৫

স্বয়ংসেৱক বন্ধুসকল,

আমাৰ পৰম পূজনীয় সৰসংঘচালক শ্রীবালাচাহেব দেৱৰসক যোৱা ৩০ জুনৰ দিনা নাগপুৰ ষ্টেচনতেই পুলিচে গ্রেপ্তাৰ কৰে। এনে ঘটনাৰ সম্ভাৱনা দেখিয়েই গ্রেপ্তাৰৰ আগতে তেখেতে স্বয়ংসেৱক সকললৈ লিখা চিঠিৰ প্রতিলিপি লগতে দিয়া হ'ল।

বৰ্ত্তমান পৰিস্থিতিত স্বয়ংসেৱকসকলৰ মাৰ্গদৰ্শনৰ বাবে তলৰ সূচনাবোৰ দিয়া হ'ল।

(১) নিজৰ নিয়মিত কাৰ্য্য চলাই থাকি জনশিক্ষাৰ কাম কৰিবলৈ সৰ্বসাধাৰণ জনসম্পৰ্কৰ লগতে বিভিন্ন স্তৰৰ মানুহৰ লগত সম্পৰ্ক স্থাপন কৰি দেশৰ সঙ্কট-কালীন পৰিস্থিতিৰ বিষয়ে তেওঁলোকক অবগত কৰোৱাটো উচিত হ'ব।

(ক) বিভিন্ন ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক ও ব্যৱসায়িক সন্থাবিলাকৰ নেতা আৰু কৰ্ম্মীবৃন্দ আৰু লোক প্ৰতিনিধি, (খ) যুৱক, বিদ্যাৰ্থী, মহিলা, মজদুৰ, কৃষক, হৰিজন, অন্যান্য পিচ পৰা জাতি আদিৰ মুখ্য কাৰ্য্যকৰ্ত্তাসকল (গ) সাহিত্যিক, পত্ৰকাৰ, উকীল, ডাক্তৰ, অধ্যাপক, বুদ্ধিজীৱী, উদ্যোগপতি তথা সকলো স্তৰৰে প্ৰভাৱশালী ব্যক্তি।

(২) সকলো ধৰণৰ উপায় অৱলম্বন কৰি শান্তিপূৰ্ণ উপায়ে গণতন্ত্ৰ আৰু স্বতন্ত্ৰতা ৰক্ষাৰ ৰাষ্ট্ৰীয় দায়িত্ব পালন কৰিবলৈ এই ব্যক্তিসকলক, সন্থাবিলাকক আৰু বিভিন্ন বৰ্গক পূৰ্ণোদ্যমে ক্ৰিয়াশীল কৰি তোলাটো আপোনালোকৰ আৰু আমাৰ পবিত্ৰ ৰাষ্ট্ৰীয় কৰ্ত্তব্য।

ভৱদীয়
স্বাঃ মাধৱৰাও মূলে

(২)

শ্ৰী

স্বয়ংসেৱক বন্ধুসকল,

প্ৰয়াগ উচ্চন্যায়ালয়ৰ ৰায় ওলোৱাৰ পিছত দুৰ্ভাগ্যবশতঃ প্ৰধান মন্ত্ৰীয়ে নিজৰ ভাৱ-সাম্য হেৰুৱাই পেলাইছে। ফলস্বৰূপে আভ্যন্তৰীণ জৰুৰীকালীন অৱস্থা ঘোষিত হৈছে। জননেতাসকলক বৃহৎ সংখ্যাত আটক কৰিছে আৰু সমাচাৰ পত্ৰিকাবিলাকৰ ওপৰতো বাধা আৰোপ (Censor) কৰিছে। এইবিলাক কাৰ্য্যৰ দ্বাৰা লোক তান্ত্ৰিক পদ্ধ-তিৰ ওপৰত আঘাত হনা হৈছে আৰু জনসাধাৰণৰ মৌলিক অধিকাৰসমূহ খৰ্ব্ব কৰা হৈছে। স্বাভাৱিক:ত চাৰিও ফালে অসন্তোষ আৰু অশান্তিৰ বাতাবৰণে আগুৰি ধৰিছে।

এনে অসাধাৰণ পৰিস্থিতিৰ মাজত স্বয়ংসেৱক সকলৰ দায়িত্ব হৈছে যে তেওঁ-লোকে নিজৰ ভাৱসাম্য নেহেৰুৱাকৈ সৰকাৰ্য্যবাহ মাঃ মাধৱৰাওজী মূলে আৰু তেখেতৰ দ্বাৰা নিযুক্ত অধিকাৰীৰ আদেশানুসৰি সংঘ কাৰ্য্য চলাই থাকে আৰু যথা-পূৰ্ব্ব জনসম্পৰ্ক, জনজাগৃতি তথা জনশিক্ষাৰ কাৰ্য্য চলাই থাকি ৰাষ্ট্ৰীয় কৰ্ত্তব্য পালন কৰাৰ ক্ষমতা জনসাধাৰণৰ মাজত নিৰ্ম্মাণ কৰে।

ভৱদীয়--
মঃ দঃ দেৱৰস,

নাগপুৰ
দি, ২৭।৬।৭৫

---



জুলাই আৰু আগষ্ট---বিশেষকৈ প্ৰায় সম্পূৰ্ণ জুলাই মাহ প্ৰান্তৰ বিভিন্ন ঠাইৰ কাৰ্য্যকৰ্ত্তাসকলৰ খবৰ লওঁতে, স্বয়ংসেৱকসকলৰ মনঃস্থিতি চাওঁতে, কাৰ্য্যালয়বিলাকৰ তালাচি বিৱৰণ লওঁতে আৰু বিভিন্ন ৰাজনৈতিক দলৰ লোকৰ মনঃস্থিতি অধ্যয়নত তথা আটক হোৱা লোকৰ ঘৰৰ খবৰ থাচি লওঁতে যায়। এই উদ্দেশ্যে শ্ৰীশ্ৰীকান্ত যোশী আৰু শ্ৰীমধুকৰ লিমায়ে সম্পূৰ্ণ প্ৰান্তত আৰু বিভাগ প্ৰচাৰক সকলে নিজ—নিজ বিভাগত ভ্ৰমণ কৰে। এওঁলোকে আপাতকাল ঘোষণাৰ ফলত বাইজৰ মাজত হোৱা প্ৰতিক্ৰিয়াৰ অধ্যয়নও কৰে।

সম্পূৰ্ণ ভাৰতৰ বিষয়ে সূচনা আদান-প্ৰদান আৰু ভৱিষ্যতৰ নীতি, কাৰ্য্যবিধি আৰু সিদ্ধান্ত নিৰ্দ্ধাৰণৰ কাৰণে সংঘৰ বৈঠক আৰু সংঘ তথা লো, সং, সমিতিৰ নেতাসকলৰ বৈঠকত যোশীজী আৰু মধুকৰজী ইয়াৰ পৰা ভাগ লবলৈ যায়।

সমগ্ৰ ভাৰতত প্ৰথম মাহত প্ৰায় ৫০,০০০ লোকক গ্ৰেপ্তাৰ কৰা হয়। লোক সংঘৰ্ষ সমিতিৰ গঠন কৰ্ত্তা দল চাৰিটা---জনসংঘ, ভাৰতীয় লোক দল, সাংগঠনিক কংগ্ৰেছ আৰু ছোশলিষ্ট পাৰ্টিৰ প্ৰায় নেতাসকল জেলত আছিল। এই ভয় আৰু আতং-কৰ স্থিতিত কাম কৰিব পৰা লোক কোনো দলৰ ওচৰত নাছিল। এজন--দুজন নেতা আৰু কাৰ্য্যকৰ্ত্তা কাম কৰা মনঃ স্থিতিত আছিল কিন্তু তেওঁলোকৰ সন্মুখত সাধন আৰু সাংগঠনিক অসুবিধা আছে। ২৫ জুনৰ দিনা লোক সংঘৰ্ষ সমিতিয়ে সত্যাগ্ৰহৰ কাৰ্য্যক্ৰম ঘোষণা কৰিছিল। সেই মতে দিল্লীত ২৯ জুনৰ পৰা ৫ জুলাই লৈকে সংঘৰ সহা-য়ক সমিতিয়ে সত্যাগ্ৰহ কৰে। প্ৰায় ২০০ জনলোকে সত্যাগ্ৰহ কৰে। পূৰ্বঘোষণা মতে আয়োজিত হয় সত্যাগ্ৰহৰ দ্বিতীয় অধ্যায় ১৬ জুলাইৰ পৰা ২৫ জুলাই লৈকে। এই সত্যাগ্ৰহৰ সাফল্যতাৰ পৰা অকল নেতাসকলে উৎসাহিত নহয়, ৰাইজেও আশাৰ জ্যোতি দেখে। প্ৰায় ৩৫০ জনলোক সত্যাগ্ৰহ কৰি কাৰাবৰণ কৰে।

সৰ্বশ্ৰী নানাজী দেশমুখ, জৰ্জ ফাৰ্ণাণ্ডেজ, কৰ্পূৰী ঠাকুৰ, সুৰেন্দ্ৰ মোহন, মোহন ধাৰিয়া, জগদীশ প্ৰসাদ মাথুৰ, সুব্ৰমনিয়াম স্বামী, কেদাৰনাথ চাহনী, দত্তোপন্ত ঠেংগৰী ইত্যাদি লোক ভূমিগত হৈ গৈছিল। সৰ্বশ্ৰী এন, জী, গোৰে, এছ, এম, যোশী, দিগ্ বিজয় নাৰায়ণ সিং, ওমপ্ৰকাশ ত্যাগী, এচ এম, পটেল ইত্যাদি নেতাসকলক চৰকাৰে এৰেষ্ট নকৰে।

সৰসংঘচালক শ্ৰীদেৱৰসজীক আটক কৰিবলৈ নাগপুৰ ষ্টেচনত্ পুলিচ ফৰ্চ সাজু আছিল। নাগপুৰৰ পৰা ৭০ মাইল এইফালে আমলানামৰ ষ্টেচনত সংঘৰ কাৰ্য্য-কৰ্ত্তা কেইজনে গৈ তেখেতক এই সূচনাটো দি তেখেতক তাতে নামি গ্ৰেপ্তাৰীৰ পৰা বচাৰ অনুৰোধ কৰে। তেখেতৰ সুৰক্ষাৰ সকলো ব্যৱস্থা কৰা হৈছে বুলিও তেখেতক জনোৱা হয়। কিন্তু দেৱৰসজীয়ে এই প্ৰস্তাৱ স্বীকাৰ নকৰে।

ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ সৰসংঘচালক ভূমিগত নহয়। প্ৰান্তৰ সংঘচালক কেইজনক এৰি চৰকাৰ সংঘৰ কোনো কেন্দ্ৰীয় নেতা, প্ৰান্ত প্ৰচাৰক, বিভাগ প্ৰচাৰক আৰু জিলা প্ৰচাৰক ইত্যাদিক ধৰিব নোৱাৰে। সংঘৰ প্ৰায় ৫০,০০০ 'ৱাণ্টেড' লোকৰ অনুসন্ধান চৰকাৰে পূৰ্ণদমে চলাই থাকে।

## আমি শত্ৰুক নকৰো ভয়

একনায়কত্ব মানি লবলৈ কোনো সাজু নহয়। এই কাৰণে অহিংসক প্ৰতিৰোধাত্মক আন্দোলন চলাই একনায়কত্ব আৰু ইন্দিৰা গান্ধী পৰিয়ালৰ শাসন স্থাপন কৰা চেষ্টা বিফল কৰাৰ সিদ্ধান্তত প্ৰায় সকলো কেন্দ্ৰীয় নেতা একমত হয়। জৰ্জ ফাৰ্ণাণ্ডেজ কিন্তু সম্পূৰ্ণ ৰূপে হিংসক সাধন গ্ৰহণ কৰাত নাছিল তথাপিও তেখেত অহিংসক হৈ থকাৰ ইচ্ছাও কৰা নাছিল। মোৰ মনত শ্ৰীমধুকৰ লিমায়ে কোৱা এটা কথা মনত পৰিছে। আগষ্ট মাহত কলিকতাত ভূমিগত নেতাসকলৰ বৈঠক হয়। এই বৈঠকত জৰ্জও আছিল। তেওঁ সুন্দৰ সিং ভাণ্ডাৰীক কয় যে আপোনাৰ ওচৰত ইমান ভাল সংখ্যক নিষ্ঠাৱান কাৰ্য্যকৰ্ত্তা আছে (জৰ্জ ফাৰ্ণাণ্ডেজৰ ইংগিত সংঘৰ ফালে আছিল)। আমি কিয় ইমান তলতীয়া হৈ চলিব লাগে। এটা সংখ্যাকৈ তেওঁ কয়—"আপুনি মোক কাৰ্য্যকৰ্ত্তা দিয়ক, মই একেবাৰত এই একতন্ত্ৰৰ অন্ত পেলাই দিম। জৰ্জ ফাৰ্ণাণ্ডেজৰ কাৰ্য্যকলাপ আৰু আন্দোলন এই বিচাৰধাৰাৰ কাৰণে অলপ বেলেগ ধৰণে চলে।

## ভূমিগত আন্দোলনকাৰীসকলৰ সন্মুখত প্ৰমূখ কাৰ্য্য আছিল—

(১) চৰকাৰে উৎপন্ন কৰা ভয় আৰু আতংকৰ বাতাৱৰণ দূৰ কৰা।

(২) সত্য আৰু প্ৰকৃত স্থিতিৰ পৰা ৰাইজক অৱগত কৰি প্ৰতিৰোধৰ কাৰণে থিয় কৰা।

(৩) অত্যাচাৰ, অন্যায় আৰু দমনৰ প্ৰতিৰোধৰ কাৰণে সভা-সমিতি, শোভা-যাত্ৰা আৰু শান্তিপূৰ্ণ সত্যাগ্ৰহ কৰা।

(৪) প্ৰভাৱী সংগঠন থিয় কৰা আৰু উদ্দেশ্যপূৰ্ণৰ কাৰণে সাধন গোটোৱা।

(৫) প্ৰচাৰৰ কাৰণে সমাচাৰ সংকলন আৰু প্ৰচাৰ তন্ত্ৰ বিকশিত কৰা।

(৬) চৰকাৰৰ বিভিন্ন বিভাগ, প্ৰধানমন্ত্ৰীৰ সচিবালয়, পুলিচ বিভাগ, কংগ্ৰেছ আৰু মন্ত্ৰীসকলৰ ভিতৰুৱা খবৰ প্ৰাপ্তিৰ কাৰণে গুপ্তচৰ বিভাগ থিয় কৰা।

(৭) পশ্চিমীয়া লোকতন্ত্ৰী দেশসমূহক প্ৰকৃত ভাৰতীয় অৱস্থাৰ পৰিচিত কৰা।

(৮) বন্দীসকলৰ পৰিয়ালৰ পৰিদৰ্শন কৰা।

(৯) বন্দীসকলৰ লগত সম্পৰ্ক ৰাখি তেওঁলোকৰ মনোবল দৃঢ় কৰা।

এইটো সন্দেহাত্মক আছিল যে লোক সংঘ সমিতি কাৰ্য্যকৰ্ত্তা আৰু দৃঢ় সংগঠনৰ অভাৱত এই সংঘৰ্ষ চলাব পাৰিব। সমিতি এই কাৰণে স্বাভাৱিকতেই সংঘৰ ফালে চাই আছিল।

প্ৰতিবন্ধক আৰু অন্যান্য প্ৰশ্নৰ কাৰণে সংঘই অকলে যুজিব লাগে নে লোক সংঘৰ্ষ সমিতিৰ লগত ?—ইয়াৰ উত্তৰত সংঘয়ে চিন্তা কৰে যে যদিও সংঘ ৰাজনীতিত নাই, এই বিপত্তিৰ স্বৰূপ জাতীয় হোৱাৰ কাৰণে সংঘৰ্ষ সফল হোৱাত সংঘই পূৰ্ণদমে সহযোগ দিয়াটো উচিত। সংঘই লগতে সিদ্ধান্ত লয় যে সংঘ লোক সংঘৰ্ষ সমিতিৰ নিয়মিত সভ্য নহব।



## অপাৰেচন টেক অ'ভাৰ আৰম্ভ হওঁক !

সংঘৰ সহযোগত আন্দোলন আৰম্ভ হয়। কাৰ্য্যকৰ্ত্তাসকলৰ কাৰণে ঠিক কৰা হয়—নাম আৰু এড্ৰেচ বদলি কৰিব লাগে। কাকো আৱশ্যক সূচনাতকৈ বেছি সূচনা দিব নালাগে। গুপ্ত ঠিকনাৰ জ্ঞান নিশ্চিত ব্যক্তিৰ ওচৰতহে থাকিব লাগে। সাংকেতিক ভাষাৰ প্ৰয়োগ সূচনাৰ বিনিময়ত হ'ব লাগে। কোনো বৈঠকৰ সূচনা তাত আপেক্ষিত সকলত কৈ বাহিৰৰ ব্যক্তিৰ মাজত হ'ব নালাগে। বেছি আগতে কোনো জাননী প্ৰচাৰিত কৰিব নালাগে। সাহিত্য প্ৰকাশৰ ঠিকনা সীমিত লোকে জানিব লাগে। তৰ্ক-বিতৰ্ক কৰিব নালাগে। ভূমিগত নেতাসকলে নিজৰ বাসস্থান, প্ৰচাৰ কেন্দ্ৰ আদি বদলি কৰি থাকিব লাগে। ধৰা পৰোঁতে পুলিচে যাতে একো নাপায় এইটো চেষ্টা কৰিব লাগে। সাহসিক কথা বা দুঃসাহসিক কথাৰ পৰা বাচিব লাগে। ব্যয় কম কৰিব লাগে।

সেইমতে ইয়াত কাৰ্য্য আৰম্ভ হয়। প্ৰেছ চেঞ্চৰচিপৰ কাৰণে দেশত ক'ত কি হৈছে আৰু দেশৰ বাস্তৱিক পৰিস্থিতিৰ পৰা পৰিচয় কৰোৱা উদ্দেশ্যে 'বুলেটিন' আৰম্ভ কৰিব লাগে বুলি ঠিক কৰা হয়।

কিমান বুলেটিন প্ৰকাশিত কৰিব লাগে ? এই চিন্তা আন্দোলনকাৰীসকলৰ মনত অহাত তেওঁলোকে দেখে যে অন্ততঃ তিনিটা বুলেটিন এই ক্ষেত্ৰত উলিয়াব লাগে। সেই মতে গুৱাহাটী, যোৰহাট আৰু মণিপুৰত ইম্ফলৰ পৰা বুলেটিনৰ প্ৰস্তুতি চলে। বিৰোধী দলৰ প্ৰমুখ লোক, কংগ্ৰেছৰ কেইজনমান সমাজৰ বুদ্ধিজীৱীবৰ্গ যেনে উকিল, ডাক্তৰ, প্ৰফেচৰ, শিক্ষক, লিখক ইত্যাদি আৰু চৰকাৰী অধিকাৰী কেইজনৰ তালিকা তৈয়াৰ কৰা হয়। বুলেটিন ছপোৱাৰ কাৰণে লিথু মেচিনৰ বন্দোবস্ত হয়। কাগজ ইত্যাদি সামগ্ৰী গোটোৱা হয়।

এই বাৰ্ত্তা পত্ৰসমূহৰ কাৰণে তথ্য সংগ্ৰহ হয় প্ৰধানকৈ দুই ধৰণে। প্ৰথমতে, প্ৰত্যেক প্ৰদেশে ১৫ দিনৰ অন্তৰত এটা এটা নিউজ লেটাৰ দিল্লীলৈ পঠায়। তাৰ পৰা বুলেটিনৰ কাৰণে সামগ্ৰী বাচি দিল্লীয়ে প্ৰত্যেক প্ৰান্তলৈ পঠায়। দ্বিতীয়তে প্ৰত্যেক প্ৰান্তৰ পৰা ওলাই থকা বাৰ্ত্তা পত্ৰৰ এটা এটা প্ৰতিলিপি বাকী ৰাজ্যলৈ পঠোৱা হৈ থাকে। নিজ নিজ প্ৰান্তৰ বাবে তেওঁলোকে এই বাৰ্ত্তাপত্ৰৰ পৰাও তথ্য সংগ্ৰহ কৰিছিল। প্ৰত্যেক প্ৰান্তলৈ বেলেগ বেলেগ ঠিকনাত বুলেটিন পঠোৱাৰ কাৰণে দিয়া হয়। যেনে, গুৱাহাটীৰ এটা ঠিকনা বিহাৰ প্ৰান্তক, ছিলচৰৰ এটা ঠিকনা বেংগল, তেজপুৰৰ এটা ঠিকনা কোনো অন্য প্ৰান্তলৈ দিয়া হ'ল। যাতে প্ৰথমে ধৰা নপৰে আৰু যদি ধৰা পৰে তেতিয়া অন্ততঃ এটা ঠিকনাহে ধৰা পৰে। এইটো সুৰক্ষাৰ দৃষ্টিৰ পৰা আৱশ্যকো আছিল। ভ্ৰমণকাৰী নেতাসকল আৰু বি, বি, চি, ভইচ অৱ আমেৰিকা আদিৰ পৰাও তথ্য সংগ্ৰহ হৈছিল।

আগষ্ট মাহৰ আৰম্ভণিত অসমৰ আণ্ডাৰ গ্ৰাউণ্ড বুলেটিনৰ প্ৰকাশন আৰম্ভ হয়—ইংৰাজী সাপ্তাহিক "বাৰ্ত্তাপত্ৰ" গুৱাহাটীৰপৰা, ইংৰাজী পাক্ষিক 'সত্যবাৰ্ত্তা যোৰ-

হাটৰ পৰা আৰু মণিপুৰত মাসিক 'লোকবাণী' ইম্ফলৰ পৰা। অসমীয়া টাইপ মেচিনৰ অভাৱত ইংৰাজীত টাইপ ব্যৱহাৰ কৰা হৈছিল। সময়ে সময়ে নগাওঁ আৰু তেজপুৰৰ পৰা অসমীয়াত আৰু ছিলচৰৰ পৰা বাংলাতো বুলেটিন উলিওৱা হৈছিল। বেংগলৰ পৰা নিয়মিত ভাবে বাংলা-বুলেটিন সদায় ওলাইছিল। সৰু সৰু পুস্তিকাও সময়ে সময়ে প্ৰকাশিত কৰা হৈছিল। দিল্লী, নাগপুৰ ইত্যাদি স্থানৰ পৰা অহা সাহিত্যও ৰাইজৰ মাজত বিতৰণ কৰা হৈছিল। সংঘ আৰু সমিতিৰ ফালৰ পৰা ওলোৱা সাহিত্যও ইয়ালৈ আহিছিল । এই সাহিত্যৰ একাংশ এই পুস্তকৰ অন্য ঠাইত প্ৰকাশ কৰা হৈছে।

'সত্যবাৰ্ত্তা আৰু 'বাৰ্ত্তাপত্ৰ' ইত্যাদিৰ বুলেটিনৰ বিতৰণ খুব সজাগতা আৰু সাৱধানেৰে কৰা হৈছিল। ওপৰত কোৱা হৈছে যে কেইজনমান বিশিষ্ট লোকৰ তালিকা তৈয়াৰ কৰা হৈছিল। তেওঁলোকৰ ঠিকনাত ডাকেৰে বুলেটিন পঠোৱা হৈছিল। ২০০০-২২০০ লৈকে এই ঠিকনা আছিল। গুৱাহাটী, যোৰহাট ইত্যাদি ঠাইৰ [ কাৰ্য্যকৰ্ত্তা সকলক ১০-১০, ২০-২০, বা ৫০-৫০ লেফাফা ডাক ঘৰৰ পৰা আনিবলৈ কোৱা হৈছিল সকলোৱে ডাক ঘৰত নাযায় আৰু ভিন ভিন সময়ত কিনিবলৈ যায়। কেতিয়াবা কেতিয়াবা ওচৰৰ গাওঁ বা নগৰৰ পৰাও অনোৱা হয় । ইয়াৰ পিছত পাঁচ-সাত জনক লেফাফাত ঠিকনা লিখিবলৈ দিয়া হয়। যাতে ঠিকনাৰ হস্তাক্ষৰ একে নহয় । লেফাফা ডাকত পেলোৱাও বেলেগ বেলেগ ঠাইৰ পৰা হয় আৰু সদায় পোষ্ট হোৱা ঠাই বদলি কৰা হৈ থাকে। যোৰহাটৰ মোৰ এজন বন্ধুৰ লৈ 'সত্যবাৰ্ত্তা' এবাৰ নগাওঁৰ পৰা আহে। তেওঁ মোক দেখুৱায়, মই কওঁ কিন্তু মোৰ ওচৰত অহাত ডিব্ৰুগড়ৰ ষ্টাম্প আছে। পিছৰ বাৰ তেওঁৰ ইয়াত ডিব্ৰুগড়ৰ পৰা আহে। মোৰ সেই বন্ধুৱে লেফাফা খুব ভাল দৰে চায়। ষ্টাম্প চায়, তাৰ পিছত তাৰিখে আৰু বুলেটিনত থকা খবৰসমূহ তুলনা কৰে। তেওঁ আগৰ আৰু এইবাৰৰ বুলেটিনৰ কাগজ, তাইপ ইত্যাদিও খুব তীক্ষ্ণ দৃষ্টিৰে চায় আৰু 'কিবা এটা' উলিওৱাৰ চেষ্টা কৰে। এবাৰ-দুবাৰ মই তেওঁক এটা—দুটা বুলেটিন দিওঁ, তেওঁ নিজৰ ওচৰত অহা আৰু মোৰ পৰা লোৱাৰ তুলনা কৰে। কিন্তু কি পায় কব নোৱাৰো। তেওঁৰ গোৱেন্দা গিৰি সম্ভৱতঃ আপাতকাল শেষ হোৱাৰ পিছত বন্ধ হয়। এই কথা ইয়াত উল্লেখ কৰাৰ তাৎপৰ্য্য এইটো আছে যে বুলেটিনসমূহ কেতিয়াও একে স্থানৰ পৰা পোষ্ট কৰা নহয়। যোৰহাটৰ গুৱাহাটী জিলাৰ ভিন্ন ভিন্ন ঠাইৰ পৰা ডাকত পেলোৱা হয় আৰু গুৱাহাটীৰ উজনি অসমৰ বিভিন্ন ঠাইৰ পৰা। কেতিয়াবা কেতিয়াবা বিহাৰ, বেংগল ইত্যাদিৰ পৰাও পোষ্ট কৰা হয়। এইটো মন কৰা হয় যে এটা 'ডাক' ডিবাত' ৩-৪ টা বুলেটিনহে পেলোৱা হয়। কিন্তু এবাৰ গুৱাহাটীত অহা সৰহ ভাগ বুলেটিন ধৰা পৰে। এই বুলেটিনসমূহ ইম্ফলৰ পৰা পোষ্ট কৰা হৈছিল। ভুল এইটো হ'ল যে একে দিন, এক হাতেৰে ঠিকনা কৰা লেফাফা একে বাকছত কোনোবায়ে পেলায় আৰু এই সকলো গুৱাহাটীত ধৰা পৰে। আৰু অন্য এবাৰ সৰহ সংখ্যক বুলেটিন গুৱাহাটীত ধৰা পৰে। কাৰণ এইয়েই আছিল যে এজন কাৰ্য্যকৰ্ত্তায়ে কেইটামান ঠিকনা টাইপ কৰি ৰাখিছিল আৰু টাইপ কৰা কাগজৰ পৰা কাটি কাটি লেফাফাত লগাই দি সদায় ডাকত পঠাই আছিল। টাইপ আৰু একে কাগজত সদায় আহি থকা লেফাফা দেখি পুলিচে ধৰি



লয়। এনে বুলেটিনৰ সন্ধানৰ চেষ্টাত তেওঁলোকে গুৱাহাটীত কেইজনমান সংঘ কাৰ্য্যকৰ্ত্তাক একেবাহে ৫-৭ দিনলৈকে প্ৰশ্নোত্তৰ কৰে।

স্কুল, কলেজ, পুস্তকালয় ইত্যাদি সাৰ্ব্বজনিক ঠাইত কমনৰুম, শিক্ষক কক্ষ বা খবৰ কাকত আৰু অন্য পত্ৰ-পত্ৰিকাৰ মাজতো এই বুলেটিন আৰু অন্য সাহিত্য থোৱাৰ ব্যৱস্থা কৰা হয়। প্ৰায় সকলো ঠাইত কিন্তু সংঘৰ স্বয়ং সেৱক আৰু অন্য সংঘ সম্পৰ্কীয় লোকক বুলেটিন হাতেৰে বিতৰণ কৰা হয়।

এই বুলেটিন প্ৰকাশৰ কাম প্ৰায় ৰাতি হয়। অৱশ্যে দিনতও খুব ভিৰ —ভাৰ থকা ক্ষেত্ৰত থকা কোনো এটা দোকান বা ঘৰতো এই কাম কৰা হয়। বুলেটিন প্ৰকাশনৰ কাৰণে চাইক্ল'চ্টাইলিং মেচিন প্ৰয়োগ কৰা হয়। পিছত যেতিয়া পুলিচ আৰু খুপিয়া বিভাগৰ গতিবিধি বাঢ়ে, এই সময়ত সুৰক্ষাৰ দৃষ্টিৰে চাইক্ল'চ্টাইলিং মেচিনৰ প্ৰয়োগ বন্ধ কৰা হয়। আৰু ইয়াৰ ঠাইত এটা ঘৰুৱা মেচিন তৈয়াৰ কৰা হয়। ফটো ফ্ৰেমৰ নিচিনা দেখিবলৈ শ্ৰীমধুকৰ লিময়ে তৈয়াৰ কৰা এই মেচিনত ৩০ টকাও খৰচ নপৰে। যোৰহাটত এই মেচিন নিৰ্ম্মাণ কৰা হয়। যেতিয়া প্ৰয়োগ সফল হৈ যায় তেতিয়া এই ধৰণৰ ছয়টা মেচিন নিৰ্ম্মাণ কৰি প্ৰান্তৰ ভিন ভিন ঠাইৰ পৰা কাম চলোৱা হয়। আন্দোলনকাৰী নেতাসকলে স্বয়ং টাইপ শিক্ষা গ্ৰহণ কৰে। কেইজনমানে আগৰে পৰাই জানিছিল, তেওঁলোকে নিজৰ টাইপিংগৰ গতি বঢ়ায়। হাতেৰে লিখা সাহিত্যও ওলোৱা হয়। কেতিয়াবা আন্দোলন কাৰীসকলে নিজে সকলো লেফাফাত ঠিকনা ইত্যাদি কৰিবলগীয়াও হয়। এই কাৰণে তেওঁ দুয়ো হাতেৰে লিখা চেষ্টাও কৰে। এটা হাতেৰে অভ্যাস কৰি বেলেগ--বেলেগ ধৰণৰ আখৰ তেওঁলোকে শিকে।

টাইপ, লিথু, কাগজ, কলম ইত্যাদি প্ৰায় ভাগ বস্তুত খৰচ হোৱাতো স্বাভাৱিক আছিল। আন্দোলনকাৰী নিজে বজাৰৰ পৰা বস্তুবাহনী কিনিবলৈ যোৱা সম্ভৱ নাছিল। এই কাৰণে কাৰ্য্যকৰ্ত্তাসকল প্ৰয়োজনীয় সামগ্ৰী গোটাই দিয়ে আৰু কাৰ্য্যকৰ্ত্তাসকল খুব কমে বজাৰৰ পৰা অনা বস্তুৰ মূল্য আন্দোলনকাৰীসকলৰ পৰা লয়। তথাপিও প্ৰত্যেক খৰচৰ হিচাব সম্পূৰ্ণ ৰখা হয়। কিন্তু তেওঁলোকে অভাৱত নাছিল এইটো নহয়। নতুনকৈ তৈয়াৰ কৰা ঘৰুৱা মেচিনৰ কাৰণে এবাৰ ৰ'লৰ নাইকিয়া হয়। এতিয়া কি কৰা যায়? কেনেকৈ বুলেটিন লিথু কৰা যায়----? এটা বেল্নালৈ তাক কাটি-কুটি ঠিক কৰি ৰ'লাৰৰ ঠাইত প্ৰয়োগ কৰি 'সত্যবাৰ্ত্তা' প্ৰকাশিত কৰা হয়। এই নতুনকৈ তৈয়াৰ কৰা মেচিনৰ অলপ বিকাশ হোৱাৰ পিছত, ইয়াৰ পৰা এঘন্টাত ৬০০ কাগজ লিথু কৰিব পৰা সম্ভৱ হয়।

যি উদ্দেশ্যে বুলেটিন ইত্যাদি উলিয়া হয় সেই একে উদ্দেশ্যে আৰু ৰেডিঅ'ৰ পৰা চলি থকা প্ৰচাৰৰ শক্তিশালী বিৰোধৰ প্ৰয়োজনত এবাৰ এটা বিচাৰ মনত আহে—ভূমিগত কাৰ্য্যকালত দুই-এটা ৰেডিঅ' বিষয়ে জানি থকা লোক সম্পৰ্কত আহে। কেইজনমান কাৰ্য্যকৰ্ত্তাৰ মনত বিচাৰ আহে ভূমিগত ৰেডিঅ' ষ্টেচনৰ। 'অল ইন্দিৰা ৰেডিঅ'ত খবৰ প্ৰসাৰণৰ সময়ত ভূমিগত ষ্টেচনৰ পৰাও প্ৰসাৰণৰ সময় ঠিক কৰি, এটা ৰেডিঅ' ষ্টেচনৰ চেট তৈয়াৰ কৰাৰ প্ৰয়াস কৰা হয়। ইয়াৰ কাৰ্য্যকলাপ আৰু প্ৰসাৰ-




"-----এই সময়ত সুৰক্ষাৰ দৃষ্টিৰে চাইক্লচ'টাইলিং মেচিনৰ প্ৰয়োগ বন্ধ কৰা হয়। আৰু ইয়াৰ ঠাইত এটা ঘৰুৱা মেচিন তৈয়াৰ কৰা হয়, ফটো ফ্ৰেমৰ নিচিনা দেখিবলৈ শ্ৰীমধুকৰ লিময়ে তৈয়াৰ কৰা এই মেচি-নত ৩০ টকাও খৰচ নপৰে।--"





ফটো ফ্ৰেমৰ নিচিনা তৈয়াৰ কৰা ঘৰুৱা মেচিন ব্যৱহাৰ কৰাৰ পিছত শ্ৰীকৃষ্ণৰ বা অন্য যিকোনো কেলেণ্ডাৰ লগাই দি যি কোনো ঠাইত ওলমাই থোৱা হয়---- এতিয়া কোনোবাই ধৰিব পাৰে জানো এইটোৱে চাইক্ল'চটাইলিং মেচিন ?



গৰ বিষয়ে আৰু ইয়াক সুৰক্ষিত কৰি ৰখাৰ যোজনাও কৰা হয়। কিন্তু পিছত কেইবাটাও কাৰণত এই কল্পনা বাদ দিবলগীয়া হয়। এই কথা আছিল ১৯৭৫ চনৰ নভেম্বৰ মাহৰ।

## সংঘ আমাৰ দীপ্ত জীৱন
## সংঘ আমাৰ প্ৰাণ

যেতিয়া আগষ্ট মাহত ইয়াত যোজনাবদ্ধ কাৰ্য্যকলাপ আৰম্ভ হয়, সম্ভৱতঃ সেই একে সময়তে বা তাৰ অলপ পিছত অসম ভ্ৰমণত আহে ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ বৰ্ত্তমান সহ সৰকাৰ্য্যবাহ মাননীয় শ্ৰীভাওৰাও দেৱৰচ। ভূমিগত সংঘকাৰ্য্য আৰু লোক সংঘৰ্ষ সমিতিৰ নামত চলি থকা আন্দোলনৰ বিষয়ে তেখেতে অধ্যয়ণ কৰে। অসমৰ ভূমিগত কাৰ্য্যকৰ্ত্তাসকলৰ তেখেতে বৈঠক লয়।

ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ এটা নিজস্ব কাৰ্য্যপদ্ধতি আৰু কাৰ্য্যক্ৰম নিৰ্দ্ধাৰিত আছে। সেই মতে সংঘৰ কাৰ্য্য চলে। সংঘৰ ওপৰত প্ৰতিবন্ধক চৰকাৰে লগাই দিছিল। আৰু ইয়াৰ হিচাপত সংঘ শাখা আৰু অন্য দৈনন্দিন কাৰ্য্যকলাপ বন্ধ কৰি দিয়া হয়। কিন্তু সংঘৰ এজন সামান্য স্বয়ং সেৱকেও এই প্ৰতিবন্ধক স্বীকাৰ কৰা নাছিল। এই কাৰণে সংঘৰ কাৰ্য্য অলপ বেলেগ ৰূপলৈ চলি থাকে। পৰিৱৰ্তিত ৰূপত চলি থকা সংঘ লোকৰ বৈঠক আলোচনা-চৰ্চ্চা আৰু প্ৰায় সদায় স্বয়ংসেৱকৰ কোনোবা ঠাইত সন্মিলনৰ কাৰণেহে সকলো কাৰ্য্যকৰ্ত্তাৰ মনোবল উচ্চ হৈ থাকে। তেওঁলোক কাৰ্য্যকৰা প্ৰেৰণা পাই থাকে। এই প্ৰকাৰৰ কাৰ্য্যক্ৰমে তেওঁলোকৰ সাহস আৰু উৎসাহ বজাই ৰাখে। আৰু এই কাৰণে আন্দোলনকাৰী নেতাসকলক সহযোগী কাৰ্য্যকৰ্ত্তাৰ অভাৱ কেতিয়াও নহয়।

অধিকাৰীসকলৰ নিৰ্দ্দেশ আৰু মাৰ্গ দৰ্শনত খেল মৈদানত ধ্বজা আৰু প্ৰাৰ্থনা সহ শাখাৰ ঠাইত প্ৰায় সকলো ঠাইত বেলেগ ৰূপত শাখাবোৰ আৰম্ভ কৰা হয়। যোৰহাটত স্বয়ং সেৱক সকলে সদায় ঠাকুৰবাড়ীত (মন্দিৰত) হনুমান চালীচা পাঠৰ কাৰণে একত্ৰিত হয়। তিনিচুকীয়াত সাতোঁৰা আৰম্ভ কৰা হয়। ডিব্ৰুগড়ত তেওঁলোকে ক্লাব আৰু ৰিডিং-ৰূম আৰম্ভ কৰে। ফুটবল, বেডমিন্টন ইত্যাদি খেলৰ নামত সকলোৱে এঠাইত গোট খায়। ভিন ভিন ঠাইত ভিন ভিন ৰূপত প্ৰতিবন্ধক আৰোপিত হোৱাৰ অলপ কাল পিছত এনে কাৰ্য্যক্ৰম আৰম্ভ হৈ যায়। প্ৰতিবন্ধকৰ পূৰ্বত অসম প্ৰান্তত ১৪১ টা শাখা চলি আছিল। ১৯৭৬ চনৰ জুলাই মাহলৈকে পোৱা বিৱৰণৰপৰা জনা যায় যে অসমৰ ৭৮ টা স্থানত সংঘৰ অধিকাৰীসকলৰ সম্পৰ্ক আছিল। এই সময় ছোৱাত ৭৫ টা স্থানত ওপৰত উল্লেখ হোৱা ৰূপত শাখা চলি থাকে।

শাখাসমূহ এটা নিশ্চিত সময়ত নিৰ্দ্ধাৰিত সময়লৈকে সদায় চলোৱা হয়। বন-ভোজ আৰু গীতা-জয়ন্তী ইত্যাদি কাৰ্য্যক্ৰমও পালন কৰা হয়। স্বয়ং সেৱকসকলৰ গোট খোৱা পদ্ধতিৰ এটা উদাহৰণ দিওঁ----

১৫ আগষ্ট ১৯৭৫, যোৰহাটৰ কাছাৰী মৈদানত চৰকাৰী কাৰ্য্যক্ৰমৰ দিহা কৰা হয়। ঠিক কৰা হল যে তাত সকলো স্বয়ং সেৱকক মাতিব লাগে। প্ৰায় ৬০ টা স্বয়ং সেৱক বাছি, তেওঁলোকক সূচনা দিয়া হয় যে জে, বি, কলেজৰ সন্মুখত থকা কাছাৰী মৈদানৰ দ্বাৰত অমুক জনে ঠিয় হৈ থাকিব। ১৫ আগষ্টৰ চৰকাৰী কাৰ্য্যক্ৰমলৈ যাওঁতে সকলোৱে সেই গেটৰ পৰা সোমাব আৰু দ্বাৰত থকা জনৰ লগত নমস্কাৰ, গুড মৰ্ণিংগ ইত্যাদি ধৰণে অভিনন্দন কৰি যাব। তেওঁৰ ওচৰত কোনো ঠিয় নহয়——এই কথা বিশেষকৈ কোৱা হয়। এই দিনা তাত ৪১ জন স্বয়ং সেৱকে 'ৰিপোৰ্টিং কৰে। আৰু ৯ জন স্বয়ংসেৱক তাতে আছে কিন্তু তেওঁলোকে ১৫ আগষ্টৰ ভিতৰত "ৰিপোৰ্ট' কৰিব নোৱাৰে।

আগষ্ট মাহতে আছে ৰক্ষা-বন্ধনৰ উৎসৱ। প্ৰায় সকলো ঠাইত এই উৎসৱ পালন কৰা হয়। ২১ আগষ্টৰ এই একে দিনতে সমগ্ৰ ভাৰতবৰ্ষত "সংস্কৃত দিবস" পালন কৰা হয়। যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ত সেই দিনটো পালন কৰিবৰ উদ্দেশ্যে এখনি সভা আয়োজন কৰা হয়। কলেজত ছপা কৰা নিমন্ত্ৰণপত্ৰ প্ৰমুখ স্বয়ং সেৱকসকলৰ মাজত বিলোৱা হয় আৰু তেওঁক সূচিত কৰা হয় যে সকলোৱে তাত উপস্থিত হব লাগে কিয়নো আমি তাত ৰক্ষা বন্ধন উৎসৱ পালন কৰা কাৰণে একত্ৰিত হম। 'সংস্কৃত দিৱস'ৰ উপলক্ষে পালন কৰা এই সভাত সকলোৱে গৈ মনে মনে ৰহে। সংযোগৰ কথা যে সভাত বক্তা এজনে ৰক্ষা-বন্ধনৰ দিন স্মৰণ কৰি তাৰ মহত্বৰ বিষয়ে নিজৰ ভাষণত কয়।

সংঘৰ অন্য এটা উৎসৱ পৰে এই মাহত। সাধাৰণ অৱস্থাত গুৰু পূজনৰ এই কাৰ্য্যক্ৰম শাখাত বিশেষ মহত্ব দি পালন কৰা হয়। কিন্তু এইবছৰ প্ৰায় সকলো ঠাইত কেইজনমান বিশেষ স্বয়ংসেৱকসকলক অধিকাৰী বৰ্গই দেখা কৰে আৰু ধন সংগ্ৰহ কৰে।

## পুলিচে ধৰিব নোৱাৰে !

২৯ আগষ্ট ১৯৭৫ৰ দিনা লোক সংঘৰ্ষ সমিতিৰ মহা সচিব শ্ৰীনানাজী দেশমুখ দিল্লীত ধৰা পৰে। এই খবৰ গুৱাহাটীত ৩০ তাৰিখে আহি যায়। শ্ৰীনানাজী দেশমুখৰ ঠাইত আহে শ্ৰীৰবীন্দ্ৰ বৰ্মা। মোৰ মনত পৰিছে অসম বিধান সভাত নানাজীৰ বিষয়ে হোৱা প্ৰশ্নোত্তৰ। অসম চৰকাৰৰ ওপৰত আৰোপ লগোৱা হয় যে অসম ভ্ৰমণ কৰি নানাজী গুছি গল আৰু চৰকাৰে গম নাপায়। এফালে কেইজনমান বিৰোধী নেতায়ে গৰ্বেৰে নিজৰ বন্ধুবৰ্গৰ মাজত উল্লেখ কৰে যে, মই নানাজীক লগ কৰিছোঁ ইত্যাদি। কিন্তু বাস্তবিকতে কথা এইটো যে মাননীয় ভাওৰাও দেৱৰসৰ পিছত চেপ্তেম্বৰ মাহত অসম ভ্ৰমণত আহিছিল ভাৰতীয় জনসংঘৰ অখিল ভাৰতীয় মন্ত্ৰী শ্ৰীৰাম ভাও গোডবোলে। নানাজী অসম ভ্ৰমণলৈ কেতিয়াও নাহে। সহযোগী কোনোবায়ে বিশ্বাসঘাতকতা কৰাৰ বাবে ছিলচৰত এটা বৈঠকৰ পিছত ১০-১২ জন কাৰ্য্যকৰ্ত্তা ধৰা পৰে। এফালে স্বয়ং শ্ৰীগোডবালে ইয়াৰ পৰা যোৱাৰ পিছত হাওৰা ষ্টেচনত ধৰা পৰে।



এতিয়ালৈকে 'বাৰ্ত্তাপত্ৰ' 'সত্যবাৰ্ত্তা' আৰু 'লোকবাণী'ৰ ক্ৰমে প্ৰায় ১১ টা, ৫ টা আৰু ২ টা সংখ্যা ওলাই গৈছিল। প্ৰান্তৰ সকলো স্থানৰ প্ৰমুখ লোক এই বুলেটিন পাই বুলেটিন প্ৰকাশকৰ সাহস আৰু বুদ্ধিৰ মনে মনে গুণ গাইছিল। কিন্তু লগে লগে কেইজনমান এনেকোৱাও লোক আছিল যিসকল খুব ভয়ভীত হৈছিল। এই ধৰণৰ লোক কেইজনে বুলেটিন পোৱা লগে লগে পুৰি দিয়ে। অন্য কেইজনে ৰাজভক্তি বা নিজৰ নিৰ্দ্দোষিতা প্ৰমাণিত কৰাৰ কাৰণে পুলিচক গৈ এই বুলেটিন দেখুৱায়। এনে ধৰণৰ লোকৰ বিষয়ে সূচনা পোৱাৰ লগে লগে আন্দোলনকাৰীসকলে ভৱিষ্যতে এওঁলোকক বুলেটিন নপঠায়। আনফালে এনেকুৱাও লোক আছিল, যিসকলে বুলেটিনৰ ওপৰত লিখা এই কথা 'Read, Reproduce & Circulate' আৰু 'Speak Spread & Organise' পূৰণ কৰাৰ চেষ্টা কৰিছিল। এনেকুৱাও লোক আছিল যিসকলে বুলেটিন নিজে নিজে পঢ়ি থৈ দিয়ে।

বুলেটিন প্ৰকাশ আৰু সহজভাৱে বিতৰণৰ সূচনা চৰকাৰে পাইছিল। চৰকাৰী আৰু কংগ্ৰেছী মহলৰ লোকও এই বুলেটিন পোৱাৰ চেষ্টা কৰিছিল। কিন্তু লগে লগে চৰকাৰ বা একনায়কত্ব বা আপাতকালৰ বিৰুদ্ধে চলি থকা এই প্ৰচাৰ বন্ধ হোৱাও বিচাৰিছিল ! এই বুলেটিন যদিও সত্য সমাচাৰ দি আছিল তথাপিও এইটো বন্ধ হব লাগে, এই বিচাৰৰ পিছত চৰকাৰী বিষয়া আৰু কংগ্ৰেছীলোক কেইজনৰ বিশেষ স্বাৰ্থ এটাও থাকে। তেওঁলোকে বিচৰা নাছিল যে তেওঁলোকৰ নিজস্ব স্বাৰ্থ পূৰণৰ কাৰণে কৰা 'কাৰ্য্য' বাইজে জানক। আপাতকালৰ পৰা পোৱা সুযোগত এওঁলোকে কৰা ভ্ৰষ্ট আৰু স্বেচ্ছাচাৰী কাৰ্য্য উদ্ঘাটনও এই বুলেটিনত কৰা হৈছিল। এই কাৰণে বুলেটিন প্ৰকাশন বন্ধ কৰা আৰু প্ৰকাশকসকলক ধৰাৰ চেষ্টা পূৰ্ণদমে চলোৱা হয়। পুলিচ আৰু চোৰাং-চোৱা বিভাগক বিভিন্ন ধৰণৰ আদেশ-নিৰ্দ্দেশৰ লগে লগে ভাবুকি আৰু প্ৰলোভনও দিয়া হয়। কংগ্ৰেছ আৰু চৰকাৰৰ বিভিন্ন নেতা সকলৰ মাজত বিশেষকৈ ইণ্ডিয়ান নেছনেল কংগ্ৰেছৰ অধ্যক্ষ শ্ৰীদেৱকান্ত বৰুৱা বাৰে বাৰে এই বিষয়ে বিভিন্ন ধৰণৰ আদেশ পঠিয়াইছিল। তেওঁ এবাৰ শ্ৰীমধুকৰ লিময়েক ধৰাৰ বিশেষ আদেশ চৰকাৰক গুৱাহাটীত হোৱা এটা বৈঠকত দিয়ে। অন্য এবাৰ তেওঁ 'ৱায়ৰলেচৰ' পৰা মধুকৰ লিময়েৰ ভূমিগত জীৱনৰ বিষয়ে পোৱা সূচনা সকলো ঠাইত পঠায় যে তেওঁ দাড়ি ৰাখিছে, অমুক ধৰণৰ কাপোৰ পিন্ধি আছে ইত্যাদি।

আপাতকালৰ সময়ত প্ৰায় সকলো ঠাইত চোৰাং চোৱা বিভাগৰ মানুহ থাকে স্কুল, কলেজ চৰকাৰী কাৰ্য্যালয় ইত্যাদি ঠাইত হয়তো বিভাগৰ মানুহ পঠিওৱা হৈছিল, নাইবা পুলিচ ইন্ফৰমাৰ ৩৫ৰ পৰা ১০০ লৈকে টকা দি ৰখা হৈছিল। কেইজনমানক ৭০০ টকা মাহেকীয়াকৈ দিয়াৰ প্ৰলোভনো দিয়া হৈছিল। চৰকাৰী চাকৰীয়ালসকলক বিশেষ পুৰস্কাৰ আৰু পদোন্নতিৰ প্ৰলোভন দিয়া হয়। সংঘৰ প্ৰান্তীয় প্ৰচাৰক আৰু সহকাৰী প্ৰান্তীয় প্ৰচাৰক ক্ৰমে শ্ৰী শ্ৰীকান্ত যোশী আৰু শ্ৰীমধুকৰ লিময়েৰ কাৰণে ৫০০০ টকাৰ দুটা বিভাগীয় পুৰস্কাৰ ঘোষণা কৰা হৈছিল বুলিও জনা হৈছে। এইটো কোৱা হৈছে যে পাচত এই সংখ্যা বঢ়াই ১০,০০০ টকা কৰি দিয়া হৈছিল। এই

৫। সংবাদ প্ৰতিষ্ঠানসমূহৰ ওপৰত লগোৱা বাধা নিষেধ তুলি দিয়ক আৰু সংবাদ প্ৰতিষ্ঠানসমূহৰ স্বাধীনতা ঘূৰাই দিয়ক।

৬। Trade Union বোৰৰ গণতান্ত্ৰিক অধিকাৰ ৰক্ষা কৰক। বনুৱাৰ কৰ্ম বিৰতি আৰু পৰিচালনাত অংশ লবলৈ সুবিধা দিয়ক। বনুৱাক সৰ্ব্বনিম্ন 'শতকৰা ৮·৩৩ বোনাচ পোৱাৰ ব্যৱস্থা কৰক।

৭। কৃষকে উৎপাদনৰ বাবে উচিত মূল্য পোৱাৰ সুবিধা কৰক।

৮। নিত্য ব্যৱহাৰ্য্য সামগ্ৰী সুলভ মূল্যৰ যোগেদি বিতৰণ কৰক।

৯। সকলো নাগৰিকৰ চিকিৎসাৰ ব্যৱস্থা সুলভ কৰক আৰু কম উপাৰ্জনৰ লোকসকলৰ বিনামূলীয়া চিকিৎসাৰ ব্যৱস্থা কৰক।

১০। শিক্ষানুষ্ঠানবোৰক শিক্ষাবিষয়ে স্বতন্ত্ৰতাৰে আশ্বাস দিয়ক।

১১। ছাত্ৰক গণতান্ত্ৰিক অধিকাৰ ঘূৰাই দি তেওঁলোকৰ Union বোৰ পাতিবলৈ দি প্ৰতিনিধি আৰু বিষয়ববীয়া বাচিবলৈ দিয়ক।

---

(৫)

**Instructions to Satyagrahis Prior to Satyagraha: :**

(1) Keep the kit ready for jail life (especially, for winter) and arrange for its despatch to jail.

(2) Golden ornaments and such other valuable articles should not be carried.

(3) Should participate in Satyagraha at the place, time and date as already decided.

(4) Should not leave the spot even if police resort to violence, but should get arrested.

(5) If not arrested, or released too soon, Satyagrahi should again offer Satyagraha.

(6) Should willingly accept in the Court the offering of Satyagraha; any attempt to get released on bail is out of place.

(7) If subjected to toture in police lockup, Satyagrahi should clearly state it before the magistrate.



(8) Being political prisoners, should demand in the Court a suitable class in prison.

(9) There is no bar, normally, for a person on bail, to offer Satyagraha (Still, the local advocate's guidence may be sought).

---

উল্লেখিত দস্তবেজ কেইখনৰ পৰা নিশ্চয় স্পষ্ট হৈছে যে লোক সংঘৰ্ষ সমিতিৰ লক্ষ্য আৰু কাৰ্য্যপদ্ধিত কি আছিল! সত্যাগ্ৰহৰ উদ্দেশ্য আৰু সত্যাগ্ৰহৰ কাৰণে চলি থকা প্ৰস্তুতিৰ প্ৰাথমিক জ্ঞান হৈছে বুলি ভাবোঁ।

অসমত লোক সংঘৰ্ষ সমিতি অৰ্থাৎ ইয়াৰ সভ্য ৰাজনৈতিক দল কেইটাৰ সংগঠন সিমান ভাল নাছিল। সংঘ কাৰ্য্যও ভাৰতৰ অন্য প্ৰান্তৰ তুলনাত সংঘ দৃষ্টিৰে পিছ পৰি আছিল। দ্বিতীয়তে, ভূমিগত আন্দোলনকাৰীসকল অপেক্ষানুসাৰে সহযোগ কেবাটাও সংগঠনৰ পৰা পোৱা নাছিল। সেই কাৰণে সংগঠন আৰু ভৱিষ্যতৰ কেবাটাও কথা বিবেচনা কৰি বিপ্লৱীসকল এই সিদ্ধান্তলৈ আহে যে এই অঞ্চলত 'প্ৰতীকাত্মক সত্যা গ্ৰহ'হে কৰিব লাগে।

প্ৰান্তৰ সকলো জিলা কেন্দ্ৰত নিজৰ সুবিধা অনুসৰি প্ৰতি পোন্ধৰ বা সাত দিনত এবাৰ সত্যাগ্ৰহ কৰা ঠিক হৈছিল। সত্যাগ্ৰহ পৰ্বৰ আৰম্ভ হোৱা দুই দিন আগে শ্ৰীজয় প্ৰকাশ নাৰায়ণক মুক্ত কৰা হয়। পিছৰ পৃষ্ঠাত দিয়া সত্যাগ্ৰহৰ বিষয়ক কাগজ-পত্ৰৰ প্ৰতিলিপিসমূহ নিৰ্ম্মাণ কৰি ১৩ তাৰিখে আগবেলা বিতৰণ হৈ থকা সময়ত সূচনা আহে---'বৰ্ত্তমানলৈ সত্যাগ্ৰহ স্থগিত ৰখা হৈছে। ভৱিষ্যতৰ কাৰ্য্যক্ৰমৰ সূচনাৰ প্ৰতীক্ষা কৰক!!' জয় প্ৰকাশ নাৰায়ণৰ মুক্তি নতুন পৰিস্থিতিৰ সূচক নে? তেওঁৰ মুক্তিৰ পৰা উদ্ভৱ হোৱা পৰিস্থিতিত জে, পিৰ লগত সত্যাগ্ৰহ কাৰ্য্যক্ৰমৰ বিষয়ে আলোচনা আৰু বিচাৰৰ পৰিপ্ৰেক্ষিতত সত্যাগ্ৰহ স্থগিত কৰাৰ নিৰ্দ্দেশ আহিছিল। কিন্তু জে, পি'ৰ মুক্তি কোনো ৰাজনৈতিক কাৰণত হোৱা নাছিল, ৰাজনৈতিক স্থিতিতও কোনো পৰিবৰ্ত্তনৰ সংকেত পোৱা নাযায়। এই কাৰণে জে, পি, সত্যাগ্ৰহীসকলক নিজৰ আশীৰ্ব্বাদ প্ৰেৰণ কৰে।

১২ তাৰিখৰ পৰা ১৩ তাৰিখৰ গধূলিলৈকে সম্পূৰ্ণ দেশত যি তৎপৰতা আৰু সুগমতাৰে সূচনা আদান-প্ৰদান হয়, ভূমিগত সংগঠনৰ তন্ত্ৰৰ সফলতা আৰু বিকশিত স্থিতিৰ ই এটা উদাহৰণ!

## হতো বা প্ৰাপ্স্যসি স্বৰ্গম্

সত্যাগ্ৰহ আৰম্ভ হয়। গুৱাহাটীত ১৪ তাৰিখে সত্যাগ্ৰহ হয়, কিন্তু যোৰহাটৰ নিচিনা যিমান স্থানত [১৪ নৱেম্বৰৰ দিনত সত্যাগ্ৰহ নহয়, সেই সকলো ঠাইত

পোষ্টাবিং আৰু চিনেমা হল, স্কুল, কলেজ ইত্যাদি সাৰ্বজনীন স্থানত পুলিচে ধৰিব নোৱাৰাকৈ হেণ্ডবিল ইত্যাদি বিতৰণ কৰা হয়।

১৭ তাৰিখে ১৫ জন সত্যাগ্ৰহী ইম্ফলত ছেছ'ন ক'ৰ্টৰ সন্মুখত সত্যাগ্ৰহ কৰে। মণিপুৰৰ একমাত্ৰ মহিলা--কলেজ, জী. পি. কলেজৰ ছাত্ৰীসকল সত্যাগ্ৰহীসকলৰ সমৰ্থনত দুই দিনলৈকে শ্ৰেণীৰ পৰা বিৰত থাকে। ইন্দিৰা গান্ধীৰ জন্ম দিবস পালনৰ তেওঁলোকে বহিষ্কাৰ কৰে আৰু ইন্দিৰা গান্ধীক সংসাৰৰ "জীৱিত ফেচিষ্ট" ( Living fascist ) উপাধিৰে 'সন্মানিত' কৰে।

গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত ২৩-১১-৭৫ তাৰিখে ৰাজ্যিক স্তৰৰ ল'য়াৰচ কনফাৰেঞ্চ ( Lawyers Conference ) আয়োজন কৰা হৈছিল। শ্ৰীদেৱকান্ত বৰুৱা আৰু বম্বেৰ শ্ৰীৰজনী পটেল বিশিষ্ট অতিথি আছিল। পুলিচে প্ৰত্যেক প্ৰকাৰৰ সতৰ্কতা ৰখা সত্বেও সত্যাগ্ৰহী পেণ্ডেলত সোমাই যায়। আৰু যেতিয়া মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহ নিজৰ ভাষণ আৰম্ভ কৰে, সত্যাগ্ৰহীসকলে আপাতকাল আৰু প্ৰেছ চেঞ্চৰছীপ ইত্যাদিৰ বিৰুদ্ধে শ্ল'গান দিয়ে আৰু হেণ্ডবিল বিতৰণ কৰা আৰম্ভ কৰে। ভৱনত পুলিচ বিষয়া আৰু সকলো লোক বিজুলীৰ কাৰেন্ট লগা যেন হৈ পৰে---স্তব্ধ ! সম্পূৰ্ণ ভৱন স্তব্ধ হৈ পৰে !! তেতিয়ালৈকে শ্ৰীবৰুৱা আৰু ৰজনী পেটেল অহা নাছিল। ৰবীন্দ্ৰ ভৱনৰ সকলো দ্বাৰ বন্ধ কৰি দিয়া হয়। সেই সময়ত বিশিষ্ট অতিথি আহি পায়। দ্বাৰ বন্ধ থকা কাৰণে তেওঁ বাহিৰত থাকিব লগা হয়। দেৱকান্ত বৰুৱাৰ খঙৰ সীমা নাই-- তেওঁ পুলিচ বিভাগক অতিশয় তিৰস্কাৰ কৰে। সত্যাগ্ৰহীসকলক গ্ৰেপ্তাৰ কৰা পিছতে দ্বাৰ খোলা হয়। ৰুচিকৰ কথা এইটো হয় যে এই খবৰ গধূলি "আঞ্চলিক বাতৰি"ত ৰেডিঅ'ৰ পৰা প্ৰচাৰিত হৈ যায়---ভুল ক্ৰমে নাইবা জানি শুনি !!

১৬ তাৰিখে ৬ জন সত্যাগ্ৰহীয়ে মণিপুৰৰ মুখ্য মন্ত্ৰীৰ হাতত এখন স্মাৰক পত্ৰ দাখিল কৰে।

ছিলচৰৰ সত্যাগ্ৰহীসকল দুই দলত ওচৰৰ ২০ খন গাওঁ চাইকেলত ভ্ৰমণ কৰে। তেওঁলোকে গ্ৰামীন ৰাইজক আপাতকাল, পত্ৰক আৰু হেণ্ডবিল ইত্যাদি বিতৰণ কৰে। প্ৰেছ চেঞ্চৰচিপ ইত্যাদি আৰু অধিনায়কত্ববাদৰ বিষয়ে বুজায়। পিছত এটা শোভাযাত্ৰাত গৈ ছিলচৰ নগৰত সত্যাগ্ৰহ কৰে। চাহ আৰু মিঠাইৰে বাটত ৰাইজে তেওঁলোকক অভিনন্দন জনাই অভ্যৰ্থনা কৰে।

নলবাৰীত প্ৰায় ৮ জন সত্যাগ্ৰহীক এৰেষ্ট কৰা নহয়---কিয়নো সত্যাগ্ৰহীসকলৰ মাজত আছিল এছ, পী, এজনৰ ভতিজা !

জানুৱাৰী মাহত ইম্ফলৰ দুই ঠাইত প্ৰায় ১১ জন সত্যাগ্ৰহী একে লগে সত্যাগ্ৰহ কৰে। কিন্তু তেওঁলোকক ধৰা নহয়।



'বন্দে----মাতৰম।' 'জৰুৰীকালীন অৱস্থা----তুলি ল'ক।' 'প্ৰেছ চেঞ্চাৰ-ছিপ----প্ৰত্যাহাৰ কৰক।' 'আমাৰ মৌলিক অধিকাৰ----ঘুৰাই দিয়ক।" 'বন্দী নেতাসকলক---মুক্ত কৰক।' 'জয় প্ৰকাশ----জিন্দাবাদ।" 'ভাৰত মাতা কী---জয়।'---ইত্যাদি শ্ল'গান দি পেম্পলেট আৰু হেণ্ডবিল বিতৰণ কৰি আৰু সমজুৱাৰ সন্মুখত ভাষণ দি প্ৰান্তৰ প্ৰায় সকলো প্ৰধান কেন্দ্ৰত এই সত্যাগ্ৰহ অনুষ্ঠিত হয়। গুৱাহাটী, যোৰহাট, নগাওঁ, ডিব্ৰুগড়, ছিলচৰ, ইম্ফল আৰু ক'কচিং (মণিপুৰ)ত এই সত্যাগ্ৰহ অনুষ্ঠিত হয়। সাতটা বিভাগত ( Divisions ) বিভক্ত অসম প্ৰান্তৰ তেজপুৰ আৰু ধুবুৰী বিভাগত সত্যাগ্ৰহ নহয়। কিয়নো এই দুয়ো ঠাইত সত্যাগ্ৰহৰ আগে প্ৰমুখ কাৰ্য্যকৰ্ত্তা কেইজনক গ্ৰেপ্তাৰ কৰি লোৱা হয়। ১৬ জন গুৱাহাটী বিভাগৰ পৰা, ২৪ জন নগাওঁ বিভাগৰ পৰা, ১৩ জন ডিব্ৰুগড় বিভাগৰ পৰা, ২৯ জন ছিলচৰ বিভাগৰ পৰা আৰু ৮৪ জন সত্যাগ্ৰহী ইম্ফল (মণিপুৰ) বিভাগৰপৰা সত্যাগ্ৰহৰ কাৰণে ওলায়। সৰ্বমুঠ সত্যাগ্ৰহীৰ সংখ্যা হয় ১৬৬ জন। ৰাজনৈতিক আৰু সাংগঠনিক দৃষ্টিৰে চাবলৈ গলে অসম প্ৰদেশৰ সৰ্বমুঠ ৮২ জন সত্যাগ্ৰহীৰ মাজত ৭০ জন ৰাঃ স্বঃ সংঘৰ, ১০ জন চোশলিষ্ট পাৰ্টিৰ আৰু ২ জন জনসংঘৰ কৰ্ম্মী আছিল। মণিপুৰ প্ৰদেশৰ সৰ্বমুঠ ৮৪ জন সত্যাগ্ৰহীৰ মাজত ৰাঃ স্বঃ সংঘৰ ৫৭, চোশলিষ্ট পাৰ্টিৰ ২২ জন, জনসংঘৰ ১ জন আৰু অন্যান্য দলৰ বা সংগঠনৰ ৪ জন লোক আছিল। পূৰ্বোত্তৰ ভাৰতৰ মেঘালয়, নগালেণ্ড, অৰুণাচল, মিজোৰাম আৰু ত্ৰিপুৰা ৰাজ্যসমূহত সত্যাগ্ৰহ অনুষ্ঠিত কৰা নহয়। এই সত্যাগ্ৰহীসকলৰ মাজত মহিলা সত্যাগ্ৰহী থাকে ১০ গৰাকী।

মণিপুৰ প্ৰদেশৰ ভূতপূৰ্ব স্বাস্থ্য মন্ত্ৰী শ্ৰীৱাই নিমাই সিং ১২ জানুৱাৰী ১৯৭৬ চনত মণিপুৰৰ কাকচিং নামৰ ঠাইত সত্যাগ্ৰহ কৰে।

সত্যাগ্ৰহৰ প্ৰতিক্ৰিয়া স্বৰূপে সত্যাগ্ৰহ আৰু ভূমিগত আন্দোলনৰ দমনৰ উদ্দেশ্যে সত্যাগ্ৰহ কালখণ্ডত ১৮৭ জন লোকক গ্ৰেপ্তাৰ কৰা হয়। সৰ্বশ্ৰী আচাও সিং, থম্বল সিং, ইবয়াইমা সিং, যাত্ৰা সিং, দেবেন সিং, ভৱকৃষ্ণ মিশ্ৰ, ইন্দ্ৰেশ্বৰ গোস্বামী, হৰে-কৃষ্ণ ভৰালী, যোগেন্দ্ৰ সিং আৰু বহুতো লোকক সত্যাগ্ৰহ চলি থকা সময়ত ধৰা হয়।

এই সত্যাগ্ৰহৰ সময়তে নহয়, ভূমিগত আন্দোলনৰ সাধাৰণ সময়তো যি কেইজন বিশিষ্ট লোকে আৰু সংগঠনসমূহে ভূমিগত নেতা সকলক আৰু এই আন্দোলনক যি সক্ৰিয় নাইবা মানসিক সমৰ্থন দিলে, এই বিষয়ে ইয়াত উল্লেখ কৰা উচিত।

অসমৰ দুজন প্ৰধান সৰ্বোদয়ীলোক এই ভূমিগত প্ৰতিৰোধাত্মক আন্দোলনত লিপ্ত থাকে। অৱশ্যে তেওঁলোকে ব্যক্তিগত স্তৰতে কাৰ্য্য কৰি আছিল।

মণিপুৰত এম, পি, পি আৰু হিলচ্‌ তথা প্লেইনচ্‌ৰ সদস্য সকলে আপাতকালৰ বিৰুদ্ধে প্ৰস্তাৱ গ্ৰহণ কৰে। তেওঁলোক সংঘৰ্ষ সমিতিত যোগদান নকৰে যদিও, আশ্বাস দিয়ে

যে যদি আপাতকালব সময় আৰু নিৰ্বাচন পিছুৱাই দিয়া হয় তেন্তে তেওঁলোকে সংঘৰ্ষ সমিতিক সক্ৰিয় সহায় দিব।

চি, পি, আইৰ গুপ্তচৰৰ নিচিনা কাৰ্য্যকলাপ দেখি মণিপুৰ কমিউনিষ্ট পাৰ্টিৰ এজন সদস্যই পাৰ্টিৰ পৰা ত্যাগপত্ৰ দি কয়—"চি, আই, ডি কেন ন'ট প্লে পলিটিক্স অফ্ দি নেছন।"

এম, পি, পি দলৰ কাকত দুটা 'সনালাইবক' ( Sonaleibak ) আৰু পেন্থুং ( Panthung ) ৰাজ্য চৰকাৰে বন্ধ কৰাই দিয়ে। লগে লগে আদালতত নাযাবলৈ হুম্‌কী দিয়ে। সত্যাগ্ৰহ আৰম্ভ হোৱা আগে হিলচ্ আৰু প্লেইনচ পাৰ্টিৰ দৈনিক 'চিং-তম্ ( Ching-Tam ) চৰকাৰে বন্ধ কৰাই দিয়ে। গুৱাহাটীৰ পৰা প্ৰকাশিত অসমীয়া সাপ্তাহিক 'আলোক' কাকতৰ লগত কৰা দমন আৰু অন্যায়মূলক কাৰ্য্য সকলোৱে ভালকৈ জানে।

লোক সংঘৰ্ষ সমিতিৰ তত্বাবধানত যদিও সত্যাগ্ৰহ আৰু পিছৰ কাৰ্য্যকলাপ চলি আছিল, ইয়াৰ ঘটক দলসমূহৰ মাজত জনসংঘৰ বাহিৰে চোশলিষ্ট পাৰ্টি— তাৰো বিশেষকৈ নগাওঁ শাখাৰ সহযোগ উল্লেখনীয়। নগাওঁৰ শ্ৰীইন্দ্ৰেশ্বৰ গোস্বামী এই আন্দোলনৰ সময়ত কাৰ্য্যৰত হৈ থাকে। পাঁচ মাহলৈকে তেখেতে ভূমিগত থাকিব পাৰে।

আপাতকালত বৃদ্ধি হোৱা ভ্ৰষ্টাচাৰৰ উল্লেখ কৰি মণিপুৰৰ ভূতপূৰ্ব বিধায়ক শ্ৰী-অ, তম্বা সিং ৰাজ্যপালক এখন স্মাৰক পত্ৰ ১৯৭৬ চনৰ মাৰ্চ মাহত দিয়ে।

## সফল সত্যাগ্ৰহ

সংসাৰৰ আটাইতকৈ ডাঙৰ, সুসংগঠিত আৰু শান্তিপূৰ্ণভাবে চলি থকা সত্যাগ্ৰহ জানুৱাৰী ১৯৭৬ চনৰ ২০ তাৰিখে বন্ধ কৰা হয়, যেতিয়া আচাৰ্য্য বিনোৱা ভাৱেৰ আহ-বানত বহা আচাৰ্য্য সন্মিলনে স্বাভাৱিক অৱস্থা উৎপন্ন কৰাত সহায় কৰিবৰ কাৰণে আন্দোলনকাৰী নেতা সকলক অনুৰোধ কৰে। দেশত সত্যাগ্ৰহ চলিল ১৪ নভেম্বৰ ১৯৭৫ চনৰ পৰা (২৬ জানুৱাৰীৰ ঠাইত) ২০ জানুৱাৰী ১৯৭৬ লৈকে। এই সত্যাগ্ৰহত ১,২০,০০০ তকৈয়ো বেছি সত্যাগ্ৰহী যোগদান কৰে। সত্যাগ্ৰহ আৰম্ভ হোৱা আগতে, সত্যাগ্ৰহ চলি থকা অৱস্থাত আৰু সত্যাগ্ৰহ শেষ হোৱাৰ পিছতেও বন্দী কৰা অ-সত্যাগ্ৰহী নেতাসকলৰ সংখ্যা আছিল প্ৰায় এক লাখ। এল, এচ, এচৰ সত্যাগ্ৰহৰ নিচিনা আকালী দলেও পঞ্জাবত জৰুৰীকালীন অৱস্থাৰ বিৰুদ্ধে সত্যাগ্ৰহ নিজ স্বৰূপত চলাই থাকে ১৯৭৭ চনৰ জানুৱাৰী মাহলৈকে। আকালী সত্যাগ্ৰহীৰ সংখ্যা ৪০,০০০ ৰ ওচৰত। এই হিচাবে জৰুৰীকালীন অৱস্থাৰ সময়ত ২,৭৫,০০০ৰ ওচৰা-ওচৰি আমাৰ বন্ধু জেল যাত্ৰা কৰে



লোক সংঘৰ্ষ সমিতিৰ তৎকালীন সচিব শ্ৰীৰবীন্দ্ৰ বৰ্ম্মায়ে বিভিন্ন ৰাজ্যৰ লোঃ সং, সমিতিলৈ লিখা ১.১. ১৯৭৬ চনৰ চিঠিৰ বিষয়ে ইয়াত উল্লেখ কৰা উচিত। এই চিঠিৰ মহত্ব, চিঠি পঢ়িলে স্পষ্ট হৈ পৰিব। হাতেৰে লিখা সেই পত্ৰ লিথু কৰি পঠোৱা হৈছিল। মেচিনৰ দুৰৱস্থাৰ কাৰণে যদিও পত্ৰৰ এটা-দুটা শাৰী আৰু কেইবাটাও শব্দ স্পষ্ট হোৱা নাই, তথাপিও পত্ৰৰ মৰ্ম স্পষ্ট হৈ আছে। চিঠিত পঢ়িব পৰা অংশ তলত মূল ৰূপত দিয়া হৈছে-----

## लोक संघर्ष समिति

चैयरमैन — श्रीमोरारजी देसाई      दिल्ली
सचिव — श्रीनानाजी देशमुख      दिनांक १।१।१९७६
कोषाध्यक्ष— श्रीअशोक मेहता

प्रिय मित्र,

मेरा दिनांक २४।१२।७५ का पत्र मिला होगा। यह पत्र आपके हाथों पहुँचने तक लगभग एक लाख व्यक्ति सत्याग्रह कर चुके होंगें। ऐसा एक भी प्रान्त नहीं है जहाँ सत्याग्रह योजनानुसार नहीं चला हो अथवा जनता का वृद्धिगत सक्रिय सहयोग एवं समर्थन प्राप्त करने में असफल रहा हो।

२. नवम्बर १४ को प्रारम्भ हुये सत्याग्रह को ६ सप्ताह बीत चुके हैं। अक्टूबर मास में जब हम सत्याग्रह के इस phase की योजना बना रहे थे उस समय की अपनी बातचीत को आप स्मरण करें। इस phase में सत्याग्रह के कौन से लक्ष्य हम अपने समक्ष रखें और सत्याग्रह का कौन सा स्वरुप अपनायें, कितनी अवधि तक इस phase को चलाने, इस phase में सत्याग्रह की frequency क्या हो और किस दिनाँक से सत्याग्रह के इस phase को प्रारम्भ करें इस सम्बन्ध में उस समय विचार विमर्श किया था। उस समय के विचार विमर्श में यह आम राय बनी थी कि इस phase को १२ नवम्बर के आसपास से दोढाई मास के लिये प्रारम्भ किया जाय। तदनुसार संघर्ष समिति ने इस phase को १४ नवम्बर से प्रारम्भ करने का निश्चय किया और यहाँ से नवम्बर मास के प्रारम्भ में भेजी गई guidelines द्वारा दो-ढाई महिने तक के लिये सत्याग्रह के कार्यक्रम की frequency ठीक .... .... ... ...

.... .... .. .... .... .... .... .... .... .... .... .... .... .... .... ....

जनवरी १९७६ तक सत्याग्रह का यह phase समाप्त हो सके।

३. क्योंकि हमारे सत्याग्रह का यह phase २६ जनवरी को पूर्ण होगा। हम अपनी कमियों और उपलब्धियों का विचार करेंगे .... .... .... .... ...। हमारे संघर्ष का प्रथम phase और १४ नवम्बर से प्रारम्भ हुये द्वितीय phase के लाभों के आधार पर अपने संघर्ष के अगले phase की योजना बनायी जायेगी। २६ जनवरी से हमारे संघर्ष का तृतीय phase प्रारम्भ हो जायेगा।

४. २६ जनवरी को यह phase पूर्ण होते ही हम विभिन्न राज्यों में हुये सत्याग्रह की विस्तृत रिपोर्ट आप के पास भेजदेगें। .... .... .... कमियाँ रही हैं जिनकी हमें संघर्ष के अगले phase में प्रवेश करते समय overcome (विजय प्राप्त) करना है इसके बारे में हमारा मूल्यांकन (assessment) क्या हैं यह भी हम आपको लिख भेजेगें।

५. हमें पता है कि विस्तृत मूल्यांकन (assessment) के लिये इस phase के कार्यक्रम के पूर्ण होने तक हमें इन्तजार करना होगा। फिर भी हम समझते हैं कि हमने जो सफलता प्राप्त की है उससे प्रसन्न होने के हमारे पास पर्याप्त कारण है। हमारे विरुद्ध अत्यन्त असाधारण विपरीत स्थितियाँ थीं। आन्दोलन में अत्यधिक कठिनाइयाँ थीं। क्या communication में क्या पुलिस की अग्रिम कार्यवाही से रक्षा करने में; अपने साहित्य को तैयार करने, भेजने व वितरण करने इत्यादि में कठिनाईयों की भरमार थी ये कोई कम बात नहीं थी कि इन सब कठिनाईयों के बावजूद हम इतना विशाल आन्दोलन संगठित कर सके। और योजनानुसार frequency व निर्धारित संख्या maintain करते हुये अपनी आशा के अनुसार प्रभाव (impact) उत्पन्न करते हुये अपना कार्यक्रम सम्पन्न कर सके हैं। अतः हम अपने सगंठनात्मक प्रयास की सफलता से सही तौर पर (Legitimately) प्रसन्नता अनुभव कर सकते हैं।

६. हमने कितनी सफलता प्राप्त की है इसके मूल्यांकन में हमें अपने दीर्घकालीन राजनैतिक लक्ष्यों का और साथ ही tactical



लक्ष्यों का अथवा आन्दोलन के विशिष्ट phase के सीमित तात्कालिक लक्ष्यों का विचार करना होगा। यह तो आप जानते ही हैं कि युद्ध में कई बार मोर्चे लड़े जाते हैं (there are many battles in a war) अहिंसक संघर्ष में कई phase होते हैं और हर phase की अहिंसक कर्यवाही का अपना स्वयं का स्वरुप आवश्यक होता है इस पत्र में इस विन्दु का उल्लेख करना आवश्यक नहीं है क्योंकि मैं अपने अहिंसक संघर्ष के अगले phase के कार्यक्रम के स्वरुपके बारे में समिति के विचार अगले पत्र में लिखने की आशा करता हूँ किन्तु इस समय भी इतना तो निश्चय पूर्वक कह ही सकता हूँ कि इस phase में हमने अपने समक्ष जो tactical लक्ष्य रखे थे उनमें हम सफल हुये हैं।

७. जैसा कि मैंने २४ दिसम्बर के पत्र में कहा था, सत्याग्रह जन जागृतिकी वृद्धि करने की चाह में तीव्रता उत्पन्न करने में, भय दूर करने का तरीका निकालने में, अपने विश्वास को बढ़ाने में, सेंसरशिप की बाधा को तोड़ने में तथा सत्याग्रह एवं प्रतिरोध का सन्देश लाखों-करोड़ों जनता तक पहुँचाने में सफल हुआ है।

८. मैं यह जानता हूँ कि यह कहने की आवश्यकता नहीं है कि एक phase के पूर्ण होने का अर्थ संघर्ष की समाप्ति नहीं है, न ही अकर्मण्यता के लिये अवकाश (interval) का प्रारम्भ। इसका इतना ही अर्थ है कि हम नये phase में प्रवेश कर रहे हैं। संघर्ष तब तक बराबर जारी रहेगा जब तक कि हमने अपने समक्ष जो राजनैतिक और सैद्धान्तिक (ideological) लक्ष्य रखे हैं वे प्राप्त नहीं हो जाते।

९. अपने संघर्ष के अगले phase के बारे में जो कार्यक्रम हम visualiz करने वाले हैं। इसके बारे में समिति के विचारों के सम्बन्ध में अगले कुछ सप्ताहों में आपको लिखता रहूँगा।

भवदीय

(ह०) रवीन्द्र वर्मा

सचिव

---

এই পত্ৰত ৯ টা কথা আলোচনা কৰা হৈছে---

(১) সত্যাগ্ৰহ কেতিয়াৰ পৰা কেতিয়ালৈকে চলাব লাগে ? সত্যাগ্ৰহৰ লক্ষ্য কি থাকিব ? সত্যাগ্ৰহৰ স্বৰূপ কি হ'ব ? ইত্যাদি প্ৰশ্ন সত্যাগ্ৰহ আৰম্ভ হোৱা আগতে বিবেচনা হৈছিল বুলি স্মৰণ কৰাই, এইমতে জানুৱাৰীত সত্যাগ্ৰহ পৰ্ব আশানুশাৰে শেষ হ'ব বুলি বিশ্বাস ব্যক্ত কৰা হৈছে।

(২) সত্যাগ্ৰহৰ পূৰ্বৰ, ১৪ নবেম্বৰ পৰা আৰম্ভ হোৱা আৰু ২৬ জানুৱাৰীৰ পৰা আৰম্ভ হব লগীয়া সংঘৰ্ষ কালক ক্ৰমে সংঘৰ্ষৰ প্ৰথম, দ্বিতীয় আৰু তৃতীয় অধ্যায় বুলি কোৱা হৈছে।

(৩) সংঘৰ্ষৰ সফলতা আৰু দুৰ্বলতাসমূহৰ বিস্তৃত মূল্যাংকন কৰা হ'ব।

(৪) ভালেমান কষ্ট আৰু বাধা-বিঘিনি থকা সত্বেও যে ভালদৰে সত্যাগ্ৰহ আয়োজন কৰিব পৰা হ'ল, এইটো এটা প্ৰসন্নতাৰ বিষয়।

(৫) সংঘৰ্ষৰ যোৱা অধ্যায় বা কালখণ্ডত যি বেহ ৰচনা কৰা হৈছিল ই সম্পূৰ্ণ ৰূপে সিদ্ধ হৈছে।

(৬) এটা অধ্যায়ৰ সমাপ্তি, আন এটা অধ্যায়ৰ আৰম্ভণিৰ সূচনা দিয়ে। চিঠিত কোৱা হৈছে যে ৰাজনৈতিক আৰু আদৰ্শগত লক্ষ্য নোপোৱালৈকে সংঘৰ্ষ চলি থাকিব।

শ্ৰীবৰ্মাৰ চিঠিৰ ওপৰত উল্লেখ কৰা হ'ল কেইটামান মুখ্য কেন্দ্ৰ বিন্দু। চিঠি ১ জানুৱাৰী তাৰিখে লিখা হৈছিল। সত্যাগ্ৰহ শেষ হোৱা কথা আছিল ২৬ তাৰিখে। চিঠি মতে ১ জানুৱাৰীৰলৈকে সত্যাগ্ৰহৰ কাৰণে স্থিৰ কৰা কেইটামান লক্ষ্য প্ৰাপ্তি সেই সময়লৈকে হৈ যায়। দ্বিতীয় কথা এই চিঠিয়ে জনায় যে নেতাসকলে এই সংঘৰ্ষক কেইবাটাও দিশত বিভক্ত কৰি ৰাখিছিল। আৰু তৃতীয় কথা আছিল যে সংঘৰ্ষৰ ভবিষ্যতৰ ৰূপ আৰু ইয়াৰ প্ৰস্তুতিৰ কাৰণেও সাজু হোৱা হৈছিল। এই সকলো কথাৰ বাহিৰেও এই চিঠিয়ে সমিতিৰ কাৰ্য্য-পদ্ধতি আৰু অন্যান্য কেইবাটাও কথা উদ্ঘাটিত কৰিছে।

১৬, ১৭ আৰু ১৮ জানুৱাৰী ১৯৭৬ চনত পাৱনাৰৰ পৰমধাম আশ্ৰমত দেশৰ ২৬ জন বিদ্বান, লেখক, বুদ্ধিজীৱী আৰু সামাজিক কাৰ্য্যকৰ্তাসকল সন্মিলিত হয়। সেই অখিল ভাৰতীয় আচাৰ্য্য সন্মিলনত যোগ দিবলৈ অসমৰ পৰা যায় শ্ৰীসুৰেশ চন্দ্ৰ ৰাজখোৱা (ভূতপূৰ্ব উপকুলপতি, গুৱাহাটী বিশ্ববিদ্যালয়) আৰু শ্ৰীমতী অমল প্ৰভা দাস (শৰনীয়া আশ্ৰম, গুৱাহাটী)। ১০০০ শব্দৰ দহ দফীয়া বক্তব্য এটাত সকলোৱে ঐক্য বা সন্মতি প্ৰকাশ কৰে। সেই বক্তব্যত য'ত তেওঁলোকে আপাতকাল আৰু তাৰ ফলত উদ্ভৱ হোৱা পৰিস্থিতিৰ বিষয়ে চিন্তা ব্যক্ত কৰে, তাতে আপাতকালৰ কেইটামান লাভৰ প্ৰশংসাও কৰে। পৰিস্থিতিৰ স্বাভাৱিকৰণৰ আহ্বানও কৰা হয়। সংবিধান, শিক্ষা, জনসংখ্যা, ইত্যাদিৰ বিষয়েও তেওঁলোকে নিজৰ মত ব্যক্ত কৰি, আচাৰ্য্য ভাবেক নিবেদন কৰে যে তেখেতে সন্মিলনত ব্যক্ত বিচাৰৰ সফলতাৰ কাৰণে আৱশ্যক কাৰ্য্য হাতত লয় যেন।



আচাৰ্য্য সন্মিলনে কি কৰে, কি নকৰে বা কি কৰিব পাৰে এইটো আমাৰ আলোচনা বা বিবেচনাৰ বিষয় নহয়। কিন্তু ১৮ তাৰিখে হোৱা সন্মিলনৰ আহ্বানত লোক সংঘৰ্ষ সমিতিৰ সত্যাগ্ৰহ ২০ তাৰিখে স্থগিত কৰি দিয়া হয়।

২০ জুন ১৯৭৬ চনত মণিপুৰৰ গীতা মণ্ডল ভৱন, ইম্ফলত স্থানীয় বুদ্ধিজীৱী, লিখক আৰু শিক্ষকসকলক লৈ হোৱা আচাৰ্য্য সন্মিলনৰ উল্লেখ ইয়াতে কৰি দিয়া উচিত বুলি ভাবোঁ। ১৩ জন ইয়াত যোগ দিয়ে আৰু ৩ জন ইয়াত নিজৰ সমৰ্থন প্ৰেৰণ কৰে। ডাঃ ৱাই ভাগ্য সিং ( Dr. Y. Bhaigya Singh )ৰ অধ্যক্ষতাত হোৱা এই সন্মিলনে পৱনাৰৰ আচাৰ্য্য সন্মিলনত ব্যক্ত বিচাৰৰ লগত সন্মতি প্ৰকাশ কৰে।

## 'লুইতৰ পাৰৰে আমি ডেকা ল'ৰা'

শ্ৰীশ্ৰীকান্ত যোশী আৰু শ্ৰীমধুকৰ লিময়ে সম্পূৰ্ণ প্ৰান্তৰ আন্দোলন চলাই আছিল। শ্ৰীশ্ৰীধৰ পাঠক অৱশ্যে আৱশ্যকতা অনুৰূপে কেতিয়াবা কেতিয়াবা অসমৰ বিভিন্ন ঠাই ভ্ৰমণ কৰে। মণিপুৰৰ প্ৰধান আছিল শ্ৰীবীৰ মংগল শৰ্মা। উজনি অসমত শ্ৰীশশীকান্ত চৌথাইৱালে আৰু নামনি অসমত সৰ্বশ্ৰীসুধাকৰ বৈদ্য, নিশিকান্ত যোশী আৰু সুভাষ শৰবটে তথা নন্দলাল নাথ আদি বহুতেই কাম চাই আছিল। সত্যাগ্ৰহ আৰম্ভ হোৱাৰ পিছত চৰকাৰে এওঁলোকক ধৰাৰ অনবৰত আৰু অশেষ প্ৰযত্ন কৰে। এতিয়া ভূমিগত কাৰ্য্যকৰ্তাসকল বেছি সাৱধান হৈ থাকিব লগীয়া হয়। তেওঁলোকৰ সুৰক্ষাৰ দায়িত্ব থকা স্বয়ংসেৱক সকলৰ কাৰণে যেন এই সময় পৰীক্ষা কালহে আছিল। বিপ্লৱীসকলৰ কেইটামান ৰোমাঞ্চকাৰী অনুভৱ তলত দিয়া হৈছে---

শ্ৰীশ্ৰীকান্ত যোশী চিলচৰৰ পৰা খিলঙলৈ আহি আছিল। সুপৰিচিত কাৰ্য্যকৰ্তা এজনে টিকট কৰাৰ কাৰণে তেওঁ সেই টিকটত যাত্ৰা নকৰি নতুন আপাৰ ক্লাচৰ টিকট এটা লৈ বাচত বহে। ল'ৱাৰ ক্লাচৰ টিকট নম্বৰ আছিল ৩৮। তাৰ কাষতে বহাজনে বাচ ৰাওনা হোৱাৰ আগে আৰু কণ্ডাক্টৰক কেইবাৰমান কয় যে ৩৮ নম্বৰৰ মানুহজন অহা নাই। তেওঁ এজন দুজন সহযাত্ৰীসকলোকো ৩৮ নম্বৰৰ মানুহৰ বিষয়ে সোধে। বাচৰ অন্য যাত্ৰীসকলক এই মহাশয় জনে খুউৱ সূক্ষ্ম দৃষ্টিৰে চায়। আপাৰ ক্লাচৰ আঠ নম্বৰ চিটত বহি থকা শ্ৰীকান্ত যোশী বুজি যায় যে নিশ্চই এওঁ চোৰাং চোৱা বা পুলিচ বিভাগৰ মানুহ। খিলং নগৰত নোসোমাই তেওঁ খিলঙৰ সীমাত নাংথুমৈত নামি যায়। আৰু তাত থকা বন্ধু এজনৰ ঘৰত তেওঁ আশ্ৰয় লয়। কিন্তু পুলিচৰ বিষয়া এজনে তেওঁ থকা ঘৰৰ বিষয়ে ওচৰচুবুৰীয়া কেইজনক কিবা এটা সুধি গৈছে বুলি গম পাই তেওঁ সেই ঘৰ তৎক্ষণাৎ এৰিব লগীয়া হয়। পিছত জনা যায় যে পুলিচে 'আণ্ডাৰগ্ৰাউণ্ড আৰ. এছ. এছ. নেতা এজনক বিচাৰি আছিল। তেওঁ যদি টিকট নম্বৰ ৩৮ তে যাত্ৰা কৰিলেহেঁতেন !!

এবাৰ পুলিচে খবৰ পায় যে তেজপুৰৰ পৰা শিলঘাট হৈ শ্ৰীকান্ত যোশী আহি আছে। শিলঘাট ফেৰীৰ ঘাটত পুলিচ ইন্সপেক্‌টৰ এজন আৰু তিনিজন চিপাহী কেম্প পাতি বহে। এদিন----দুদিন----তিনি দিন আৰু চাৰি দিনলৈকে তেওঁলোক তাত বহি প্ৰত্যেক যাত্ৰীৰ ৰূপ-আকাৰৰ লগত শ্ৰীকান্ত যোশীৰ ৰূপ--বিৱৰণ মিলাই থাকে। কিন্তু নাই, নাপায়, ক'ত পাব যোশীজীক !! তেওঁ কিবা এটা অন্য কাৰণত নিজৰ এই ফালৰ কাৰ্য্যক্ৰমত পৰিবৰ্ত্তন কৰিছিল, সেই কাৰণে তেওঁৰ সেই যাত্ৰা নহয়।

আৱশ্যকীয় কাম এটাত শ্ৰীবীৰ মঙ্গল শৰ্মায়ে গুৱাহাটীলৈ অতি সোনকালে যোৱা প্ৰয়োজন আছিল। কিন্তু যাব কেনেকৈ ? পুলিচে সকলো মাৰ্গত তেওঁক বিচাৰি বহি আছিল আৰু সকলো ঠাইতে আছিল তেওঁৰ ছবি ! যিয়েই হওঁক যোৱাতো আৱশ্যকীয় আছিল কাৰণে উৰা জাহাজত যোৱাৰ ব্যৱস্থা কৰা হ'ল। টিকট কিনা হ'ল। যথা সময়ত তেওঁৰ ঠাইত অন্য এজনে টিকট আৰু অটেচী লৈ এয়াৰপৰ্টত যায়, ৰিৰ্পোটিং কৰে আৰু চিক্যোৰিটি চেকিঙৰ শাৰীত সোমায়। ঠিক সেই সময়ত তাত আহে বীৰমঙ্গল শৰ্মা। চিক্যোৰিটি চেক-আপ, কৰাই বন্ধুজনে ওলোৱাৰ লগে লগে অটেচী আৰু টিকট ইত্যাদি বীৰমঙ্গলক দি উপস্থিত বাহন এটাৰে তাৰ পৰা ওলায় যায়। বীৰ মঙ্গল শৰ্মায়ে খুব ধৈৰ্য্য আৰু সহজ ভাবে এই বিমানত যাত্ৰা কৰি গুৱাহাটী পায়।

ছিলচৰত পুলিচে শ্ৰীশলীল দেবক বিচাৰি আছিল। এবাৰ তেওঁ বন্ধু এজনৰ ঘৰৰ সন্মুখত চাইকেল থৈ আৰু চেণ্ডেল বাহিৰত থৈ ঘৰত সোমায়। পুলিচ বিষয়াই তেওঁক অনুকৰণ কৰি আছিল ; বিষয়া জনে ফ'ৰ্চ অনায়। পুলিচ ফ'ৰ্চে যেতিয়া ঘৰত 'ৰেড' কৰে, তেতিয়া তেওঁ চেণ্ডেল আৰু চাইকেল তাতে এৰি পলায়। তেওঁৰ পাছে পাছে পুলিচ--দলো দৌৰ মাৰে আৰু ছিলচৰ নগৰৰ বাহিৰত ওলাই হাবিৰ মাজেদি গৈ তেওঁ এটা পাহাৰত আশ্ৰয় লয়। পুলিচে তেখেতক বিচাৰিবপৰা সকলো ঠাইত বিচাৰি ধৰিব নোৱাৰি ঘূৰি আহি সেই বন্ধুজনৰ ঘৰৰ পৰা শ্ৰীসলিল দেবৰ চেণ্ডেল আৰু চাইকেল জব্দ কৰি লয়। সলিলদেবক ধৰিব নোৱাৰিলে যদিও তেওঁৰ চাইকেলতো পালে !! আন হাতে শ্ৰীদেৱ ৰাতি প্ৰায় ১১ টা মান বজাত পাহাৰৰ পৰা নামে আৰু ওচৰৰ গাওঁ এখনৰ পৰিচিত ব্যক্তিৰ ঘৰত থাকে !!

ছিলচৰৰ পুলিচে তেওঁলোকক বিচাৰি আছিল। 'ৰাতি একে ঠাইত শুব নালাগে' বুলি নিৰ্দ্দেশ তেওঁলোকক দিয়া আছিল। কিন্তু তেওঁলোক এদিন কিবা কাৰণত একে ঠাইত শুব লগা হয়। ৰাতি পুলিচ আহে---পলিচে যদিও কল্যাণ পুৰকায়স্থক বিচাৰি তাত আহিছিল ; দুয়োজনকে ধৰি নিয়ে। লগৰ জনে কয়---"মই কলেজৰ ছাত্ৰ।" কল্যাণ পুৰকায়স্থক পুলিচে চিনিব পৰা নাছিল, সন্দেহতে ধৰিছিল, তেওঁ কয়--"মইও কলেজৰ ছাত্ৰ, আমি দুয়ো একে লগে পঢ়ি আছোঁ।" পুলিচে কি কৰিব ? সন্দেহতহে ধৰা হৈছিল। এওঁ ছাত্ৰ, প্ৰকৃত আচামীও নহয়---এই ভাবি শ্ৰীকল্যাণ পুৰকায়স্থ আৰু শ্ৰীদুধনাথক যাবলৈ দিয়া হয়। থানাৰ পৰা ওলাই জানো তেওঁলোক কলেজলৈ যায় !!



## "নমস্তে সদা ৱৎসলে মাতৃভূমে"

বুলেটিন, হেণ্ডবিল, সৰু সৰু পুস্তিকা আদি ৰূপত সাহিত্য প্ৰকাশন চলিয়েই আছিল। ভূমিগত আন্দোলনৰ শেষলৈকে এই অঞ্চলত ১০০ তকৈয়ো অধিক বুলেটিন প্ৰকাশ হৈছিল গুৱাহাটীৰ পৰা প্ৰকাশ হৈ থকা কেৱল 'বাৰ্তাপত্ৰ' নামৰ কাকতখনৰ সৰ্ব্বমুঠ ৭৩ টি সংখ্যা প্ৰকাশিত হয়। গুৱাহাটী, যোৰহাট আৰু মণিপুৰৰ পৰা নিয়মিয়াকৈ প্ৰকাশ হৈ থকা বুলেটিন আৰু নগাওঁ, তেজপুৰ আৰু ছিলচৰৰ পৰা প্ৰকাশ হৈ থকা 'বিশেষ বুলেটিন' সকলোৰ সৰুমুঠ প্ৰসাৰণ হয় ১,০০,০০০ তকৈয়ো অধিক। মাজে মাজে দিল্লী বা দেশৰ অন্যান্য স্থানৰ পৰা অহা বুলেটিন, পত্ৰ আৰু পুস্তিকাসমূহৰ সংখ্যা ইয়াত যোগ কৰা হোৱা নাই। অসমত বিভিন্ন সময়ত প্ৰকাশ হোৱা পুস্তিকা ইত্যাদি আছেই। বুলেটিন প্ৰকাশন আৰু বিতৰণৰ কাৰ্য্য সত্যাগ্ৰহৰ সময়ত আৰু ইয়াৰ পিছত পূৰ্ণ উদ্যমে চলি থাকে বুলেটিন প্ৰকাশন সত্যাগ্ৰহৰ লগে লগে আৰু সত্যাগ্ৰহ শেষ হোৱাৰ পিছতো পূৰ্ণ দমে চলি থাকে সংঘৰ নিজস্ব ভূমিগত কাৰ্য্য।

আমি জেলত আছিলোঁ। ১১।১।৭৬ তাৰিখে শ্ৰীমধুকৰ লিময়ে লিখা এখন চিঠি বন্ধু এজনৰ নামত আহে। এই সম্পূৰ্ণ চিঠি মূলৰূপত তলত দিয়া হৈছে—

प्रिय श्री आनंदी ४ । १ । ७६

अनेक अशिर्वाद !

आशा है तुम सकुलशल होंगे। यहाँ घर में सब राजी खुशी है। तुम कोई चिंता मत करना। तुमलोग ऐसे कितने दिन जेल में रहोगे यह कहना कठिण है। पर हो सकता है कि गणतन्त्र दिवसपर तुमलोगों की रिहाई हो। अभी निर्वाचन तो एक साल पीछे गया है। एमर्जेन्सी भी हटने वाली नहीं है। जो भी हो मैं ईश्वर से प्रार्थना करता हूँ कि वह तुम्हें शीघ्र ही मुक्ति दिलायें।

जब तुम जेल में हो तो अपने स्वास्थ्य का ख्याल रखना सुबह जल्द उठना। व्यायाम, आसन, प्रार्थना नियम से करना। गीता जैसे कोई ग्रन्थ का नित्य पाठ करना।

७ डिसंबर को अपने पिताजी को साठ वर्ष पूर्ण हुवे। अतः उनकी इकसठवीं वर्षगांठ मनायी गयी। सब लोगों को मिष्टान्न भोजन

हुवा उनको वैदिक ब्राम्हणों ने वेदपाठ के साथ अभिषेक किया। श्रीफल व महावस्त्र भी दिया। दोपहर उनका सब रिश्तेदारों के सामने छोटा सा प्रवचन भी हुवा। सायं को अन्य सारे मित्रोंके साथ चाय पार्टी रही। कार्यक्रम बहुत ही शानदार रहा तुम तो जेलमें रहे। इसलिये इतना विवरण लिख भेजा हूँ तुम्हारे मित्र जनाने एक पत्र तुमको जेलमें भेजा था। मिला क्या ?

और विशेष नहीं। तुमको जलसे पत्र लिखनेकी अनुमति है क्या ? तो कभी-कभी पत्र लिखना। वहाँ के तुम्हारे मित्रों को आर्शीवाद !

तुम्हारा

काका

উক্ত চিঠিৰ পৰা উদ্‌ঘাটিত কথা কেইটামান হ'ল (১) ১৯৭৬ চনৰ জানুৱাৰী মাহত জেলৰ বন্দীসকলক মুক্তি কৰি দিয়াৰ সম্ভাৱনা আছিল। ইয়াৰ দুটা কাৰণ হোৱাৰ থল আছে বুলি আমি ভাবিলোঁ--(ক) বিনোৱাজীৰ আহ্বানত বহা আচাৰ্য্য সন্মিলনৰ সন্মতি অনুসৰি চৰকাৰৰ প্ৰতিক্ৰিয়া আৰু (খ) লোক সংঘৰ্ষ সমিতিয়ে কৰা সত্যাগ্ৰহৰ পৰা বিবশ হৈ চৰকাৰৰ তল পৰা সম্ভাৱনা।

কিন্তু চৰকাৰে দুয়োটা কাৰণৰ প্ৰতিক্ৰিয়াত বেছি কঠোৰহে হৈছিল। যিয়েই হওঁক, সমগ্ৰ ভাৰতবৰ্ষত প্ৰায় সকলো সত্যাগ্ৰহীক মুক্তি দিয়া হৈছিল, কিন্তু অসমৰ সত্যাগ্ৰহীসকলক কিয় মুক্তি দিয়া নাই বা মিছাত দিলে অথবা মোকৰ্দ্দমা চলোৱা নাই, এইটো স্পষ্ট এতিয়ালৈকে হোৱা নাই।

(২) চিঠিত জেলত থকা কালত ব্যায়াম, আসন আৰু প্ৰাৰ্থনা সদায় কৰিবলৈ কোৱা হৈছে। অৰ্থাৎ ৰাতিপুৱা সোনকালে উঠি সংঘ শাখা লগাব লাগে। সংঘ স্বয়ং সেৱকৰ কাৰণে প্ৰাৰ্থনা অৰ্থাৎ শাখাৰ প্ৰাৰ্থনা "নমস্তে সদা ৱতস্লে" হয়।

কিন্তু অধিকাৰীসকলৰ নিৰ্দ্দেশ থাকক বা নাথাকক জেলত থকা সকলো স্বয়ং সেৱকে জেলত সদায় সংঘ শাখা লগাই আছিল আৰু সংঘৰ বিভিন্ন কাৰ্য্যক্ৰমও পালন কৰিছিল। অৱশ্যে সমূহ জেলত সংঘ শাখা চৰকাৰৰ দৃষ্টি গোচৰ হৈছিল যত নেকি বাহিৰত ক্লাব, পুথিভঁৰাল, ভজন-কীৰ্ত্তন ইত্যাদি পূৰ্বোল্লেখিত ৰূপত লাগি থকা শাখাবোৰ চৰকাৰৰ দৃষ্টিত পৰা নাছিল।

আমি আৰম্ভনিৰ পৰাই জেলত শাখা লগাই আছিলোঁ।



(৩) চিঠিত দেউতাৰ ৬১ তম জন্মোৎসৱ পালন কৰাৰ সূচনা দিয়া হৈছে। আমাৰ দেউতা অৰ্থাৎ সৰসংঘচালকজী। সকলোৱে জানে যে সংঘৰ এটা পাৰিবাৰিক কল্পনা। যেনেকৈ পিতা পৰিয়াল এটাৰ মুখিয়াল, তেনেকৈ সংঘ স্বৰূপ পৰিয়ালৰ মুখিয়াল হ'ল পৰম পূজনীয় সৰসংঘচালক।

৭।১২।৭৫ তাৰিখে সংঘৰ সৰসংঘচালক মাননীয় শ্ৰীৱালা চাহেব দেৱৰসৰ জন্ম দিৱস আছিল। সেই দিনাৰ য়েৰবাদা জেইলত হোৱা কাৰ্য্যক্ৰমৰ বিৱৰণ চিঠিত আছেই। সেই ধৰণে কাৰ্য্যক্ৰম সমগ্ৰ দেশত পালন কৰা হৈছিল। সত্যনাৰায়ণ পূজা, যজ্ঞ, মন্দিৰ আদিত পূজা অৰ্চনা আৰু বালাচাহেবজীৰ ভাষণ বা বাণী প্ৰকাশ কৰি বিতৰণ কৰা ইত্যাদি কাৰ্য্যক্ৰম সমগ্ৰ দেশত পালন কৰা হৈছিল।

৭ তাৰিখৰ সেই কাৰ্য্যক্ৰমৰ সূচনা দেশৰ সকলো বন্দীগৃহত কেন্দ্ৰীয় যোজনা মতে পঠোৱা হৈছিল। উক্ত জাননী এই চিঠিৰ যোগেদি আমাক জেলত দিয়া হৈছিল। ওপৰত উল্লেখ হোৱা ধৰণত পূৰ্বোত্তৰ ভাৰতৰ কেইবাখনো নগৰত এই কাৰ্য্যক্ৰম পালন কৰা হৈছিল।

(৪) এই গুপ্ত চিঠি ভূমিগত নেতা এজনে জেলৰ বন্দীসকললৈ লিখিছিল। চিঠিখন 'অফিচিয়েলী' তেওঁলোকে পায়।

জেলত থকাসকলৰ লগত সম্পৰ্ক কায়ম ৰখা আৰু এই ধৰণে তেওঁলোকৰ মনোবল বজাই ৰখা এনে চিঠিৰ উদ্দেশ্য।

(৫) চিঠি লিখা ধৰণ আৰু সাংকেতিক ভাষাও মন কৰিব লগীয়া। আপাতকালত সম্পূৰ্ণ আন্দোলন গুপ্ত ৰূপত চলিল, গুপ্ত জীৱন আৰু কাৰ্য্যপদ্ধতিৰ ই এটা ৰোমাঞ্চকাৰী উদাহৰণ।

১৯৭৬ চনত মাননীয় শ্ৰীৱালা চাহেব দেৱৰসৰ জন্ম দিৱসত সমগ্ৰ দেশৰ পৰা তেওঁলৈ শুভেচ্ছা আৰু শুভ-কামনা জনোৱা হয়। অকল ভাৰতবৰ্ষৰ পৰাই নহয়, বিদেশৰ কেইবাখনো ঠাইৰ পৰাও তেখেতে এনেধৰণৰ চিঠি-পত্ৰ আৰু টেলিগ্ৰাম য়েৰবদা জেইলত পায়। কোৱা হৈছে যে তেখেতে ২০,০০০ তকৈ বেছি চিঠি-পত্ৰ এই সময়ত পায়। অসমৰো বিভিন্ন ঠাইৰ পৰা তেখেতলৈ ভালে সংখ্যক জন্ম দিৱসৰ শুভ কামনা পঠোৱা হৈছিল। সকলো জেলত থকা সংঘৰ স্বয়ং সেৱক আৰু হিতৈষী লোকসকলে এই সুযোগত তেওঁলৈ লিখে।

সংঘ শাখা পূৰ্ব-পৃষ্ঠাত কোৱা মতে পৰিৱৰ্তিত ৰূপত চলিয়েই আছিল। ১৯৭৫ চনত কৈ '৭৬ চনত শাখাবোৰৰ অৱস্থা ভাল আছিল। স্বয়ং সেৱকসকল আপাতকালৰ অভ্যস্ত হৈ গৈছিল, তেওঁলোকৰ ভয় এতিয়ালৈকে নাইকিয়া হৈছিল। তথাপি তেওঁলোকে সম্পূৰ্ণ সাৱধানেৰে সংঘৰ সকলো কাৰ্য্যক্ৰম পালন কৰে--সংঘ পদ্ধতিৰে। ১৯৭৬ চনৰ আৰম্ভণিৰ

মকৰ সংক্ৰান্তিৰ পৰা হিন্দু নববৰ্ষ দিবস, হিন্দু সাম্ৰাজ্য দিনোৎসৱ, গুৰু পূর্ণিমা, শাওন পূর্ণিমা আৰু বিজয়াদশমীলৈকে সকলো উৎসৱ প্ৰান্তৰ বিভিন্ন ঠাইত ভাল দৰে পালন কৰা হয়। এইবাৰ এইধৰণৰ জাননী দিয়া হ'ল যে অন্ততঃ এটা কাৰ্য্যক্ৰম ধ্বজ লগাই কৰিব লাগে, সেই মতে প্ৰায় সকলো প্ৰধান নগৰত গুৰু-পূজনোৎসৱ ধ্বজ লগাই পালন কৰা হয়। এই উপলক্ষে 'গুৰু পূজন এটা বাণী' শিতানত, এটা বাণী ছপা কৰি স্বয়ং সেৱক বন্ধুবৰ্গক কৰ্তব্যৰ পথত আগবঢ়াই নিবলৈ আহ্বান জনোৱা হয়।

লোক-সংঘৰ্ষ সমিতি আৰু সংঘৰ ভূমিগত কাৰ্য্যৰ প্ৰগতিৰ বিষয়ে অধ্যয়ন কৰিবলৈ আৰু বাটত অহা সমস্যা সমাধান কৰি মাৰ্গদৰ্শনৰ কাৰণে বিভিন্ন সময়ত কেন্দ্ৰীয় নেতা অসম ভ্ৰমণত আহে। শ্ৰীমোৰাপন্ত পিঙ্গলে (৯ মে'ই ১৯৭৬) আৰু শ্ৰীআৱাজী থাটে (২১ আগষ্ট, ১৯৭৬ চনৰ পৰা ২৫ আগষ্টলৈকে) অসম ভ্ৰমণ কৰে। শ্ৰীপিঙ্গলে গুৱাহাটী আৰু শ্ৰীআৱাজী থাটে ৩।৪ খন প্ৰধান নগৰ ভ্ৰমণ কৰে। এই ভ্ৰমণত তেখেতে নতুন কাৰ্য্যকৰ্ত্তা নিৰ্ম্মাণৰ ওপৰত বিশেষ জোৰ দিয়ে। ভূমিগত নেতাসকলক এনে ধৰণৰ লোক বাচিবলৈ কোৱা হয় যে যিসকলৰ নাম পুলিচৰ সূচিত নাই। ইয়াৰ উদ্দেশ্য এয়ে আছিল যে এনে ধৰণৰ লোকক সংঘৰ্ষৰ কাৰণে আন্দোলন চলাবলৈ তৈয়াৰ কৰি, সমাজত মুকলি ভাৱে কাম কৰিব পৰা কাৰ্য্যকৰ্ত্তাৰ গোট সৃষ্টি কৰা। কিয়নো ভূমিগত লোকৰ কাৰণে কেইটামান প্ৰধান বাধা নিষেধ আছিল। তেওঁলোকৰ কাৰণে ইচ্ছা মতে আৰু মুকলি ভাবে কাৰ্য্য সমাধান কৰাত বহুতো বাধা-বিঘিনি স্পষ্টও আছিল। ভ্ৰমণকাৰী নেতাদ্বয়ে দ্বিতীয়তে এই কথা প্ৰকাশ কৰে যে সংঘ বা সমিতিৰ সম্পৰ্কত নথকা সমাজৰ বাইজৰ ভিতৰত নিশ্চয় বহুতো এনে ব্যক্তি আছে---যিসকলে একনায়কত্ববাদ স্বীকাৰ কৰা নাই কিন্তু উপযুক্ত পৰিস্থিতি আৰু সহযোগৰ অভাৱত মনে মনে থাকিবলৈ বাধ্য হৈছে, এনে ধৰণৰ লোকক বাচি সংঘৰ্ষত লগোৱাৰ বিষয়েও আলোচনা-বিবেচনা কৰা হয় আৰু সেই মতে কাৰ্য্যক্ৰমো হাতত লোৱা হয়। ইয়াত এইটো উল্লেখ কৰি দিয়া উচিত যে ১৯৭৬ চনৰ মধ্য ভাগত সংঘৰ ১৬ জন প্ৰচাৰক প্ৰান্তৰ বিভিন্ন ঠাইৰপৰা সংঘৰ স্বয়ং সেৱকসকল আৰু অন্য দলৰ ব্যক্তি কেইজনৰ সহযোগত ভূমিগত আন্দোলন চলাই আছিল। ১৪ জন প্ৰচাৰক সেই সময়ত জেলত আছিল। লোক সংঘৰ্ষ সমিতিৰ ঘটক দল, জনসংঘ আৰু দুই-এটা ঠাইত ছছিয়েলিষ্ট পাৰ্টিৰ লোকো সক্ৰীয় আছিল।

## নিৰ্ব্বাচন !

অক্টোবৰ মাহত ভ্ৰমণ কৰে শ্ৰীভাওৰাৱ দেবৰস। সেই মাহৰ শেষৰ সপ্তাহত আহে আন্দোলনৰ সৰ্ব্বোচ্চ নেতা শ্ৰীমাধৱ ৰাও মূলে। শ্ৰীমূলেৰ ভ্ৰমণৰ বিষয় আছিল--নিৰ্ব্বাচন ! তেওঁ ভূমিগত আন্দোলন কাৰীসকলক নিৰ্ব্বাচনৰ কাৰণে সাজু থাকিবলৈ কয়। ১৯৭৮ চনলৈ নিৰ্ব্বাচন পিছুৱাই দিয়া হৈছিল যদিও, যিকোনো সময়ত নিৰ্ব্বাচন হোৱাৰ সম্ভাৱনা আছিল। সেয়েহে নিৰ্ব্বাচনৰ বাবে সকলো ধৰণৰ প্ৰস্তুতি এতিয়াৰ পৰাই আৰম্ভ কৰি নিৰ্ব্বাচন যুঁজৰ কাৰণে সাজু থাকিবলৈ তেওঁ আন্দোলনকাৰী সকলক পৰামৰ্শ দিয়ে।



অখিল ভাৰতীয় বিদ্যাৰ্থী পৰিষদৰ পূৰ্বাঞ্চলৰ প্ৰমুখ্য শ্ৰীগোবিন্দাচাৰ্য্য আৰু বিদ্যাৰ্থী পৰিষদৰেই অন্য এজন নেতা শ্ৰীলক্ষ্মী নাৰায়ণ ভালাও অসম ভ্ৰমণত আহে। বিদ্যাৰ্থী পৰিষদ প্ৰমুখ্যে ছিলচৰ আৰু গুৱাহাটীত আন্দোলনকাৰীসকলক সংঘৰ্ষত সহযোগ দি আছিল তেওঁলোকৰ কাৰ্য্যকৰ্ত্তা কেইজনে সত্যাগ্ৰহো কৰিছিল। পৰিষদৰ দুয়োজন নেতাই ছিলচৰ ভ্ৰমণ কৰে। সেই সময়ত পূৰ্ব্বোত্তৰ ভাৰতত বিদ্যাৰ্থী পৰিষদৰ কাম পৰিচালনা কৰি আছিল শ্ৰীসুভাষ শৰৱটে।

ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ উৰিষ্যা প্ৰান্তৰ ভূতপূৰ্ব প্ৰান্ত প্ৰচাৰক শ্ৰীবাবুৰাও পালধীকৰ আপাতকালৰ সময়ত পূৰ্বাঞ্চলৰ প্ৰমুখ্য আছিল। তেখেতে ১৯৭৬ চনত অসম দুবাৰ ভ্ৰমণ কৰে। এবাৰ তেখেতৰ উপস্থিতিত প্ৰান্তৰ মুখ্য কাৰ্য্যকৰ্ত্তাসকলৰ এখন বৈঠকৰ আয়োজন কৰা হয়। সেই বৈঠকৰ ঘটনা--নগাওঁত বৈঠক আছিল। প্ৰান্তৰ ভিন ভিন ঠাইৰ পৰা যিমান কাৰ্য্যকৰ্ত্তা আহিছিল, সকলোৰে ভিন ভিন ঘৰত থকাৰ ব্যৱস্থা কৰা হৈছিল। বৈঠকৰ নিৰ্দ্ধাৰিত স্থানত কাৰ্য্যকৰ্ত্তাসকলক নিৰ্দ্ধাৰিত সময়ত বেলেগ বেলেগকৈ আহিবলৈ কোৱা হৈছিল। বৈঠকৰ কাৰণে ওলাওতে কাৰ্য্যকৰ্ত্তা দুজনক বৈঠকৰ স্থান সূচিত কৰি ৰিক্সা এটা ধৰাই দিয়া হয়। স্থানীয় কাৰ্য্যকৰ্ত্তায়ে তেওঁলোকক সাৱধান কৰি দিয়ে যে ৰিক্সা বৈঠকৰ কাৰণে নিৰ্দ্ধাৰিত ঘৰলৈকে নৈ যাব নালাগে। অলপ আগে নামি খোজ কাঢ়ি যথা স্থানত যাব লাগে। কিন্তু কব নোৱাৰো কিয় তেখেতসকল ৰিক্সাৰ পৰা ঠিক সেই ঘৰৰ সন্মুখত নামে। অলপ দূৰ যোৱাৰ পিছত সেই ৰিক্সাত এজন গুপ্তচৰ বিভাগৰ লোক বহে। তেওঁ নামোতে ৰিক্সাৱালাক যেতিয়া পাঁচ টকীয়া নোট দিয়ে, ৰিক্সাৱালায়ে কয়--"মোৰ ওচৰত খুচুৰা পইচা নাই। বাৰ আনাহে আছে, তেওঁলোকে বাৰ আনা দিলে।"

"কিয় ? কৰ পৰা আহিছিলি ?" গুপ্তচৰ বিভাগৰ সেই ব্যক্তিজনে সোধে। উত্তৰত ৰিক্সাৱালায়ে কয় যে অমুক জাগাৰ পৰা অমক ঘৰলৈকে আহিছিলোঁ। ঘৰটোৰ কথা কওঁতে গুপ্তচৰজনৰ সন্দেহ হয়। সোধাত ৰিক্সাৱালায়ে কয় যে দুজন মানুহ আহিছিল আৰু দুয়োজন নগাওঁৰ কাৰণে নতুন যেন পালোঁ। পুলিচৰ সন্দেহ-তালিকাত সেই ঘৰ আছিল। গুপ্তচৰ পুলিচৰ সেই লোক জনে নিজৰ অফিচলৈ যায়। তাত ৰাতৰি দিয়ে। আৰু কয় যে 'চেক' কৰিব লাগে, কিজানি কোনো 'ৱাৰেণ্টেড' সকলৰ মাজত আছে নেকি ? ঘৰৰ মালিকজনক মাতি প্ৰশ্ন কৰা হয়। তেওঁ কয় যে পৰিচিত লোক আছিল, তেওঁলোক হাচ্পিটেলত কিবা এটা কামত আহিছে। মই তেওঁলোকক চিনাকি নাৰ্ছ এগৰাকীৰ ওচৰলৈ পঠাইছো। কিন্তু অফিচত ৰিপোৰ্ট কৰিবলৈ অহা মানহুজন সন্তোষ নহয়। তেওঁ বাৰে বাৰে সেই ঘৰত গৈ 'কন্‌ফৰ্ম' কৰিবলৈ কয়। কাৰ্য্যালয়ত থকা বিষয়াজন সহানুভূতিশীল ব্যক্তি আছিল কাৰণে এই গুপ্তচৰজনক নিজৰ 'ডিউটিত' যাবলৈ কয়। পিছত আন্দোলনকাৰীসকলক সাৱধানে থাকিবলৈ সতৰ্ক কৰা হয়---তৎক্ষণাৎ তেওঁলোকে নিজৰ আশ্ৰয়স্থান সলনি কৰে !

নগাওঁত শ্ৰীমধুকৰ লিময়ে আৰু শ্ৰীশশীকান্ত চৌথাইৱালেক পুলিচ আৰু গুপ্তচৰ বিভাগৰ লোকে কেইবাৰমান অন্য সুযোগত দেখে, কিন্তু তেওঁলোকে শ্ৰীমধুকৰজী ইত্যাদিক

## ( ২ )

## “এজন জাতীয় সমাজকৰ্মীৰ বাবে নিৰ্দ্দেশিকা”

### ৰণ শিঙা বাজি আছে

প্ৰিয় ভাতৃ বন্ধু,

......এই কথা ঠিক যে আমি যোৱা ওঠৰমাহে যি সংগ্ৰাম কৰি আহিলোঁ, আগন্তুক নিৰ্ব্বাচনেই হব তাৰ শেষ পৰ্য্যায়---অন্ততঃ নিৰ্ব্বাচনক আমি এই দৃষ্টিভঙ্গীৰেই নিৰীক্ষণ কৰা উচিত। যদি এই দৃষ্টিভঙ্গী দৃঢ়ভাবে আমি আমাৰ সন্মুখত ৰাখো, তেনেহলে আমি আমাৰ বৰ্ত্তমান অৱস্থাটোত নিজকে ফলপ্ৰসুভাৱে পৰিচালিত কৰিব পাৰিম। ... ... ...

১। প্ৰথম আৰু মুখ্য উপাদান হ'ল জনতাৰ দূৰ দৃষ্টি। প্ৰায় সকলো শ্ৰেণীৰ জনগণেই চৰকাৰৰ প্ৰতি অসন্তুষ্ট---বিশেষকৈ যোৱা ওঠৰ মাহৰ অত্যাচাৰী শাসনক কোনেও ভাল পোৱা নাই।

২। ওঠৰ মাহৰো অধিককাল বন্দী কৰি ৰখা নেতা আৰু কৰ্ম্মীবিলাকে এতিয়া নতুন দিগন্তত ভৰি দিছে। তেওঁলোকে আদৰণীয় তথ্য আবিষ্কাৰ কৰিছে। জনসাধাৰণৰ অধিকাৰ আৰু স্বাধীনতাৰ যুঁজাৰু হোৱাৰ চিন্তাই এতিয়া তেওঁলোকক বেঢ়ি ধৰিছে।

৩। এটা মাত্ৰ ৰাষ্ট্ৰীয় বিৰোধী দল গঠিত হব ধৰিছে যাৰ যোগেদি জনতাই ৰুদ্ধ কণ্ঠ খুলিব পাৰিব। জনতা পাৰ্টিৰ ৰাজহুৱা সভাসমূহত আৰু অভ্যৰ্থনাত অপ্ৰত্যাশিত ভাবে গোট খোৱা হাজাৰ হাজাৰ জন সমাবেশৰ পৰা এই দলৰ প্ৰতি জনগণ কেনেদৰে অনুপ্ৰেৰিত হৈছে তাক স্পষ্ট ৰূপত বুজিব পাৰি। খুব কম সময়ৰ ভিতৰতে গঠিত হলেও এই দলে এটা ৰাষ্ট্ৰীয় বিকল্প দল হিচাপে থিয় দিবলৈ সমৰ্থ হব পাৰিছে। এই দলৰ মৌলিক প্ৰভাব ইমানেই বিস্তৃত আৰু শক্তিশালী যে চি. পি. এম., আকালী, ডি. এম. কে. ঝাৰখণ্ড ৰিপাব্লিকান, কৃষক আৰু বনুৱা দল (মহাৰাষ্ট্ৰ) আদি সকলো বিৰোধী দলেই তেওঁলোকৰ সৈতে নিৰ্ব্বাচনী যুজা পৰাত অবতীৰ্ণ হবৰ বাবে সাজু হৈছে।

৪। শাসক দলে কোনো কালে আনকি চৰম বিজয় সময়তো সংখ্যা গৰিষ্ঠ ভোট লাভ কৰিব পৰা নাই। সংখ্যা গৰিষ্ঠ ভোট বিৰোধী দলসমূহৰ মাজত ভাগ হৈ থকা বাবে এই দলে সদায় সংখ্যা লঘিষ্ঠ ভোটেৰেই শাসনত অধিষ্ঠিত হৈ আহিছে। কিন্তু, এতিয়া প্ৰায়বোৰ ক্ষেত্ৰতে বিৰোধী দলৰ মাজত ভোট ভাগ হোৱা বিপদৰ আশঙ্কাৰ পৰা হাত সৰা হৈছে। তদুপৰি জনসাধাৰণৰ কংগ্ৰেছ বিৰোধী মনোভাৱ গঢ় লৈছে আৰু শাসক দলৰ প্ৰতিশ্ৰুতিবোৰ প্ৰতিশ্ৰুতি হৈয়ে ৰোৱাত জনগণৰ আস্থা নিষ্প্ৰভ হৈ গৈছে।

যি কি নহওঁক, উল্লেখযোগ্য কথা হল যে জনসাধাৰণৰ এই মনোভাব কিহবাৰ নিনিময়ত হোৱা নাই। ই লাহে লাহে জনসাধাৰণৰ প্ৰাণত আপোনা আপুনি জাগ্ৰত হৈছে। ইয়াক আৰু বেছি প্ৰগাঢ় কৰি তুলিব লাগিব। এইটো সম্ভৱ হব কৰ্ম্মীসকলৰ ঐকান্তিক



প্ৰচেষ্টাৰ ওপৰতহে---সেই সকল কৰ্ম্মী, যি সকলৰ সংগঠন আছে আৰু যি সকলে সংগঠনৰ কাৰণে যথাসৰ্ব্বস্ব দিব পাৰে। এনে ত্যাগ বীৰ কিম্বা জোৱানৰ বাহিনীয়েহে ৰিপক্ষৰ অসমতাসমূহ দূৰ কৰি শান্তি সম্পন্ন কৰি তুলিব পাৰিব।

এনে কৰ্ম্মীবিলাকৰ বিৰুদ্ধে বিপদ আৰু বাধা নিষেধ আৰোপ কৰাটো এটা সুযোগ আৰু প্ৰত্যাহ্বান স্বৰূপহে হৈছে। শ্ৰীমতী গান্ধীয়ে নিৰ্ব্বাচনক যেনেদৰে এখন প্ৰহসন কৰিব বিচাৰিছে, এইটো সঁচাকৈয়ে তেওঁৰ ক্ষমতাৰ এখন ট্ৰেজিক নাটকত ৰূপান্তৰিত কৰি দিব পাৰে। ইতিমধ্যে তেওঁৰ হিচাব নিকাচ বহু পৰিমাণে হ্ৰাস পাইছেই। জনতাৰ ঢৌ ওপৰলৈ উঠিছে। জগজীৱনৰামৰ আক্ৰমণে তেওঁৰ শিবিৰ কঁপাই তুলিছে। বিজয় লক্ষ্মী পণ্ডিতো আজি জনতাৰ লগত। সৰ্বশেষত হয়তো দেখা যাব প্ৰতিহিংসাই বা প্ৰতিদ্বন্দ্বীয়ে শ্ৰীমতী গান্ধীৰ ক্ষমতা কাঢ়ি লব।

বৰ্ত্তমান এই প্ৰত্যাহ্বান গ্ৰহণ কৰিবলৈ আমি কেনেকৈ আমাৰ দৈনন্দিন জীৱন ধাৰা পৰিচালিত কৰিম বা কেনে ধৰণৰ আচৰণ, বিধি আমি গ্ৰহণ কৰিম ?

১। আমি আমাৰ পৰিয়ালৰ সদস্যসকলক আৰু বন্ধু সকলক প্ৰত্যয় নিয়াব লাগে যাতে তেওঁলোকে নিৰ্ব্বাচনী কাৰ্য্যত সক্ৰিয় অংশ গ্ৰহণ কৰে। আমি এইটো চকু ৰাখিব লাগিব যাতে আমাৰ প্ৰতি পৰিয়ালৰ পৰা কম পক্ষেও এজনকৈ লোক নিৰ্ব্বাচনী অভিযানত ব্ৰতী হয়।

২। আমি ব্যক্তিগত ভাবে নিৰ্ব্বাচনী পুঁজিলৈ অৰিহণা আগবঢ়াব লাগে আৰু বন্ধু-বান্ধৱ, আত্মীয় কুটুম্বৰ পৰাও সংগ্ৰহ কৰি দিব লাগে।

৩। নিৰ্ব্বাচনৰ গোটেই সময় ছোৱাতে আমি আমাৰ পাৰিবাৰিক তথা ব্যক্তিগত সকলো কাম-কাজ একাষৰীয়া কৰি আমাৰ সকলো শ্ৰম বিনিয়োগ কৰিব লাগে--নিৰ্ব্বাচনী অভিযানত। কাৰাগাৰৰ পৰা সদ্যমুক্ত হৈ অহা আমাৰ কৰ্ম্মীসকলে নিজ নিজ পৰিয়ালৰ পৰা, সুদীৰ্ঘ দিন কাৰাৰুদ্ধ হৈ থকা বাবে কঠিন হেঁচা আৰু আৰ্থিক অসুবিধা নিঃসন্দেহে পাবই। কিন্তু সেই পাকচক্ৰৰ পৰা আমি নিজকে নিবৃত্ত কৰিব লাগিব। আমি বিবেচনা কৰিব লাগিব যে আমাৰ কাৰাবাস এই সময় ছোৱাৰ বাবে বঞ্চিত কৰা হৈছে আৰু আমাৰ সৰ্ব্বশক্তি নিৰ্ব্বাচনত খটাব লাগে।

৪। জৰুৰী অৱস্থাৰ সন্ত্ৰাস যাতে জন-হৃদয়ৰ পৰা আঁতৰি যায় তাৰ বাবে আমি সকলোকে নিভীক ভাবে ব্যৱহাৰ কৰিব লাগে, মুক্ত কণ্ঠে কথা কব লাগে আৰু স্পষ্ট ভাবে লিখিব লাগে বা মুক্ত প্ৰকাশ কাকতত ভাতি ধৰিব লাগে যাতে জৰুৰী অৱস্থা আৰু ইয়াৰ কঠোৰ বাধা নিষেধ সমূহৰ অস্তিত্ব জনগণে পাহৰি যায়।

৫। শ্লগান আৰু আগু লাভালাভত ভুল নকৰি--আমি জনসাধাৰণৰ অন্তৰত প্ৰৱেশ কৰি তেওঁলোকক প্ৰকৃত সত্তা উপলব্ধি কৰাৰ লাগিব। জনগণৰ সহানুভূতিৰ প্ৰতি

আমাৰ গভীৰ আস্থা আছে। গুজৰাটকে ইয়াৰ জ্বলন্ত উদাহৰণ স্বৰূপে আমি দেখুৱাব পাৰো।

৬। বিভিন্ন ভাষা-ভাষীৰ জনগোষ্ঠীক আমি তেওঁলোকৰ ভাষাত কথাকৈ বুজাব লাগে। নিৰ্ব্বাচনৰ ট্ৰেজিক (ভয়াবহ) ফলাফলৰ ওপৰত অধিক গুৰুত্ব দি তেওঁলোকক বিশেষভাবে দেখুৱাই দিব লাগে, ইয়াৰ পৰিণতি কি।

৭। আমি কাকো ব্যক্তিগত ভাবে আক্ৰমণ কৰিব নালাগে। আমাৰ স্বাধীনতা হৰণ কৰি আমাক কেনেকৈ দাসৰূপে ব্যৱহাৰ কৰা হৈছে---এই কথাত তেওঁলোক প্ৰত্যায় আনিব লাগিব, কেৱল তাতেই আমাৰ অভিযান শেষ কৰিলে নহব। জনতা পাৰ্টি ক্ষমতালৈ আহিলে কেনেকৈ মুক্ত আৰু অনুপ্ৰাণিত সমাজ গঠন কৰিব বা সমাজৰ স্বাধীনতা অক্ষুণ্ণ ৰাখিব তাক ভালমতে বুজাই দিব লাগে বা প্ৰতিচ্ছবি সন্মুখত ডাঙি ধৰিব লাগে।

৮। আমি আমাৰ পূৰ্ব্বৰ দলগত মতানৈক্য পাহৰি আমি সকলোৱে সৰ্ব্বান্তঃকৰণেৰে জনতা দলৰ আৰু এই দলৰ সমৰ্থিত সকলো প্ৰাৰ্থীৰ হকে নিৰ্ব্বাচনী প্ৰচাৰত ব্ৰতী হব লাগে। আমি কাকো ভাবিবলৈ অবকাশ দিব নালাগে যে আমি কোনোজন প্ৰাৰ্থীৰ ওপৰত বিশেষ গুৰুত্ব দিছো আৰু কোনোজনৰ ওপৰত দিয়া নাই। আমাৰ লগত মিত্ৰতা পাশত অহা অন্যান্য দলৰ কিছুমান কাৰ্য্যকৰ্ত্তা যদিও আমাৰ সমান নৈতিক গুণ বিশিষ্ট নহব পাৰে, তথাপি আমি তেওঁলোকৰ লগত কাম কৰিও আমাৰ মানদন্দ অটুত ৰাখিবলৈ যত্নপৰ হব।

৯। এটা মাত্ৰ বিৰোধী দল গঠনৰ সীমাবদ্ধতাৰ কথা আমি ভালমতে উপলব্ধি কৰিব লাগিব। পূৰ্ব্বে যিবিলাক দলৰ লোক আদৰ্শগত ভাবে পৃথক আছিল সেইসকলৰ প্ৰতি আমি অধিক সৌহাৰ্দ্যপূৰ্ণ হোৱা উচিত। যি সামান্য বৈষম্য আমাৰ লগত আছে তাক আমি সহ্য কৰিব লাগিব। আমি তেওঁলোকৰ ভুল বা সুৰুত্তা সমূহৰ ওপৰত কেতিয়াও বিৰূপ মন্তব্য দিব নালাগে বা সমালোচনা কৰিব নালাগে। আমি আনৰ ওপৰত বিচাৰক হবলৈ যোৱাৰ পৰা আঁতৰি থাকিব লাগে। আমি মৌন হৈ থকাও উচিত নহয় বৰঞ্চ তেওঁলোকৰ লগত সৌহাৰ্দ্যপূৰ্ণ ভাবৰ বিনিময় আমি কৰিব লাগে আৰু সুমধুৰ বাৰ্ত্তা আলাপ কৰিব লাগে। আমি সদায় মনত ৰখা উচিত দেশৰ জনগণৰ অন্তৰত দেশাত্মবোধ আৰু ৰাষ্ট্ৰীয় ঐক্য গঠন কৰাৰ বাবে আমিয়েই প্ৰতিনিধি।

১০। আমি সমষ্টিসমূহত বিশেষকৈ অনুন্নত অঞ্চল বিলাকত জীপ বা মটৰ গাড়ী ঘূৰুৱাৰ পৰিকল্পনা লৈ বৈ থকা উচিত নহয়। আমি চাইকেল আৰোহী নাইবা পদাতিকৰ দল গঠন কৰি পাৰ্ব্বে-ভুক্ৰে-চুবুৰীয়ে সোমাই যাব লাগে।

১১। আমি ব্যয় বহুল ডাঙৰ ডাঙৰ ৰাজহুৱা সভাসমূহ পৰিত্যাগ কৰি পথৰ কাষত, চুবুৰীত সৰু সৰু সভা আহ্বান কৰিব লাগে বা ক্ষুদ্ৰ জনগোষ্ঠীৰ ভিতৰত সোমাই



পৰিব লাগে। বাতৰি কাকতৰ আমি উপযোগী কৰিব লাগে আৰু সৰু পুস্তিকা বা প্ৰচাৰ পত্ৰৰ যোগেদি জনহৃদয়ক আকৰ্ষিত কৰিব লাগে।

১২। আমি দলৰ পৰা প্ৰচাৰ আৰু খোৱা বোৱাৰ খৰচৰ বাবে আশা নকৰি আমি নিজে নিজে যি যোগাৰ কৰিব পাৰো তাকেই লগত লৈ যাব লাগে।

১৩। যিসকল লোকে দেখ দেখকৈ নিৰ্ব্বাচনী ক্ষেত্ৰত নামিব নোৱাৰে তেওঁলোকে নাগৰিক সংস্থা ( Citizen Forums ) গঠন কৰি এই ঐতিহাসিক মুহূৰ্ত্তত জনসাধাৰণক দায়িত্ব বা কৰ্ত্তব্য সম্পৰ্কে বুজাই দিব লাগে আৰু নিৰ্ভয় দিব লাগে।

১৪। আমি জনসাধাৰণক সামাজিক, ধৰ্ম্মীয়, সকলো ক্ষেত্ৰৰ পৰাই সম্পৰ্কিত কৰিব লাগিব। এইটো দেশমাতৃৰ চূড়ান্ত আহ্বান বুলি আমি ধৰিব লাগিব যিটো কোনো ব্যতিক্ৰম নোহোৱাকৈ সকলোৱে মানিব লাগে।

শেষত, আমি জানো যে সাম্প্ৰতিক সংঘৰ্ষত আমিয়েই প্ৰধান আঘাতটো সহ্য কৰিছিলো; এতিয়া আমিয়েই প্ৰধান বোজা বহন কৰিব লাগিব। আমি ভাল দৰে জানো যে ওঠৰ মাহ জীৱনৰ মূল্যবোধেৰে ৰাষ্ট্ৰীয় চেতনাৰ জীৱন্ত প্ৰতীক স্বৰূপে নিজক উন্নীত কৰাৰ এটা, প্ৰেৰণাদায়ক সময় আছিল। এইটোও আমি ভালদৰে বুজিব লাগিব যে এই পিছৰ ছোৱা সময়ো ৰাষ্ট্ৰ গঠনত আমাৰ ভূমিকা অধিক সম্প্ৰসাৰিত কৰাৰ সুবৰ্ণ সুযোগ মাত্ৰ—যিটো ৰাষ্ট্ৰই আমাৰ বাবেই উৎসৰ্গিত কৰিছে।

আমি জানো আৰু সদায় মনত ৰখা উচিত যে সেই সকলেহে কৃতকাৰ্য্যতা লাভ কৰিব পাৰে—যিসকল অদম্য সাহস আৰু বিশ্বাসেৰে সৈতে উদ্যম আৰু কঠোৰ পৰিশ্ৰম অটুত ৰাখি সংগ্ৰাম চলাই যায়।

মাতৃভূমিৰ সেৱাৰে আগোনালোকৰ
এজন সহযোগী

---

১৪।১।৭৭ তাৰিখে আছিল মকৰ সংক্ৰান্তিৰ উৎসৱ। সম্পূৰ্ণ প্ৰান্তৰ স্বয়ংসেৱকসকলক 'মাৰ্চ টুৱাৰ্ডচ ডি লাইট অৱ লিবাৰটি ( March towards the light of liberty ) শিতানত সংক্ৰমণৰ আহ্বান পত্ৰক বিতৰণ কৰা হয়— 'তমসো মা জ্যোতিৰ্গময় - - - - - !'

মকৰ সংক্ৰান্তিৰ লগে লগে দেশৰ পৰিস্থিতিত সংক্ৰমণ আৰম্ভ হয়। বহু সংখ্যক ৰাজনৈতিক লোকক মুক্ত কৰা হয় কিন্তু সংঘৰ হাজাৰ-হাজাৰ স্বয়ংসেৱক জেলতে পৰি থাকে। ইং ২৬।১।৭৭ তাৰিখে সংঘৰ সৰকাৰ্য্যবাহ মাননীয় শ্ৰী মাধৱ ৰাওঁ মুলে সেই সময়তো জেলত থকা লোকৰ পৰিয়ালৰ লোকসকললৈ চিঠি দিয়ে----

“-----আমাৰ বিমান বন্ধু জেলত আছে তেওঁলোকৰ স্বাভিমান, ধ্যেয়নিষ্ঠা আৰু ত্যাগ অলৌকিক।----এওঁলোক কাৰাবাসত থকাৰ কাৰণে আপোনালোকৰ পাৰিবাৰিক জীৱন কিমান বিপন্ন হৈছে, কিমান কষ্ট আপোনালোকে ভুগিবলগীয়া হৈছে---এই বিষয়ে মই কল্পনা কৰিব পাৰোঁ। কিন্তু যি মহান উদ্দেশ্যৰ কাৰণে আপোনালোকৰ ঘৰৰ লোকে জেলত কষ্ট ভুগি আছে, এই তপস্যাত আপুনিও অংশীদাৰ----। মোৰ বিশ্বাস যে ইয়াৰ পৰা আপোনাৰ সাত্ত্বিক সমাধান অৱশ্যে হ’ব।

আপোনাৰ এই কঠিন পৰিস্থিতিত আপোনাৰ দুখ ভগাই দিয়া আৰু যথাশক্তি আপোনাক সহায় কৰাৰ দায়িত্ব আমি বাহিৰত থকা বন্ধুবৰ্গৰ আছে। এই দায়িত্ব পূৰণত আমাৰ ফালৰ পৰা কোনো ত্ৰুটি নহব,-----

মোৰ যোগ্য সেৱাৰ সূচনা দিয়ে যেন।-----”

সমগ্ৰ দেশ জোৰা সত্যাগ্ৰহৰ পিছত দেশ জোৰা আয়োজন কৰা প্ৰমুখ কাৰ্য্যক্ৰম এটা আছিল ২৬ এপ্ৰিল ১৯৭৬ চনৰ ‘অনশন-কাৰ্য্যক্ৰম।” জেলত থকা বন্দীসকললৈ উচ্চ শ্ৰেণী, সন্মানজনক ব্যৱহাৰ, ভাত্তা আৰু তেওঁলোকৰ পৰিয়ালৰ সহায়ৰ কাৰণে মাহে-কীয়া খৰচ ইত্যাদি প্ৰদান কৰাৰ কাৰণে সকলো জেলত আৰু বাহিৰত থকা নাগৰিক সকলে এদিন উপবাস পালন কৰে। অসমৰ বিভিন্ন ঠাইত এই উপবাস পালন কৰা হয়।

২৬ জুনৰ দিন ‘বিৰোধী দিবস’ ৰূপত পালন কৰা হয়। এই দিনাও অনশন কৰা হয়। বিভিন্ন ঠাইত সভাও আয়োজন কৰা হয়। কেইবাখনো স্থানত মৌনব্ৰত পালন কৰা হয়।

১৯৭৬ চনত সংবিধান সংশোধনৰ কাৰণে বিস্তৃত প্ৰস্তাব অনা হয়। স্বৰণ সিং সমিতিয়ে সংবিধান সংশোধনৰ কাৰণে কেইবাটাও প্ৰস্তাৱ আগবঢ়ায়। সেই সংশোধন-সমূহ প্ৰকৃততে দেশ বা জনকল্যাণৰ নামত কংগ্ৰেছ আৰু প্ৰমুখ্যে এক পৰিয়ালৰ শাসন চিৰ কালৰ কাৰণে ন্যায়সংগত কৰাৰহে এক প্ৰচেষ্টা আছিল। জনসাধাৰণৰপৰা স্বাধীন আৰু স্পষ্ট মতামত আহ্বান কৰা হৈছিল যদিও. দেশৰ নাগৰিকসকলৰ বাক স্বাতন্ত্ৰ্য আৰু বিচাৰ স্বাতন্ত্ৰ্য নাছিল। সংবিধান সংশোধনৰ বিষয়ে এই কাৰণে দেশৰ ৰাইজ মৌন হৈ থাকিব লগীয়া হৈছিল----কিন্তু সেই মৌন, ‘মৌনং স্বীকৃতি লক্ষণম’ নাছিল। সেই বিষয়ে সম্পূৰ্ণ দেশৰ ৰাইজ সাৱধান আৰু সতৰ্ক আছিল। ‘অসম ৰাজ্যিক নাগ-ৰিক সমিতি-সংবিধান সংশোধনৰ বাবে’ সমিতি এখন আমাৰ প্ৰদেশত গঠন কৰা হয়। সেই সমিতিৰ তত্বাৱধানত ‘ৰাষ্ট্ৰপতি, প্ৰধান মন্ত্ৰী আৰু লোকসভাৰ অধ্যক্ষ মহোদয়ৰ সমীপেষু” এই অঞ্চলৰ ভালেমান সংখ্যক লোকে উত্থাপিত ‘সংবিধান সংশোধন সম্পৰ্কত সমিতিৰ’ দ্বাৰা প্ৰস্তুত প্ৰশ্নাৱলীৰ উত্তৰ স্বৰূপে মন্তব্য প্ৰেৰণ কৰে। সেই প্ৰশ্নাৱলী আছিল ১৩ পৃষ্ঠাৰ আৰু ইয়াৰ উত্তৰ দিয়া হৈছিল --ভাবো-নেভাবো, ঠিক আছে, নাই হোৱা হয়, নহয়, পাৰি, নোৱাৰি ৰূপত। সেই প্ৰশ্নাৱলী জেলতও পঠোৱা হৈছিল আৰু প্ৰায় সকলো জেলত থকা বন্দীয়ে নিজৰ মন্তব্য দি ৰাষ্ট্ৰপতি ইত্যাদিলৈ পঠাইছিল।



‘সংবিধান সংশোধন বিল ১৯৭৬ ৰ ওপৰত আলোচনা চক্ৰও আয়োজন কৰা হয়। ইম্ফলৰ জৱাহৰলাল নেহেৰু বিশ্ববিদ্যালয় কেন্দ্ৰৰ ৰাজনীতি বিজ্ঞান বিভাগৰ ছাত্ৰসকলে সংবিধান সংশোধনৰ আলোচনাৰ কাৰণে এটা সভাৰ আয়োজন কৰে। মণিপুৰৰ ভূতপূৰ্ব মুখ্যমন্ত্ৰী শ্ৰীমোহম্মদ আলিমুদ্দিন চাহাবে ২৩।১০।৭৬ ইং তাৰিখে ইম্ফলৰ তোম্বিসনা হাই স্কুলত হোৱা সেই সভাৰ অধ্যক্ষতা কৰে।

শ্ৰীভি, এম, তাৰকুণ্ডেৰ কাৰ্য্যকৰী অধ্যক্ষতাত ৩০ আগষ্ট তাৰিখে ‘পিপুলচ য়ুনিয়ন ফ’ৰ চিভিল লিবৰ্টীছৰ্জ’ গঠন হয়। সেই সমিতিৰ আহ্বানত ইং ১০।১২।৭৬ তাৰিখে ‘নাগৰিক অধিকাৰ দিবস’ পালন কৰা হয়। পি. য়ু. চি. এলৰ হৈ অসমৰ বিভিন্ন স্থানৰ প্ৰায় ১৯ জন বিশিষ্ট লোকে ভাৰতৰ ৰাষ্ট্ৰপতি মহোদয়লৈ মিছা আৰু ডি. আই. আৰৰ অধীনত বন্দী বন্দীসকলক ততালিকে মুক্ত কৰাৰ দাবী পঠায়। মণিপুৰৰ নাগৰিক অধিকাৰ পালন সমিতিয়ে ইম্ফলত ইং ৩০।১২।৭৬ তাৰিখে এটা সভা আয়োজন কৰে। বিল্ডিং অফ্ দি কন্ট্ৰল ফ’ৰামৰ প্ৰাংগণত হোৱা সেই সভাৰ সভাপতিত্ব কৰে ডাঃ বিনোদ কুমাৰ সিংদেৱে।

## ২৬।১।৭৭ : নতুন দল

১৯৭১ চনৰ পিছত দেশত সকলো অ-কম্যুনিষ্ট বিৰোধী দলৰ একীকৰণৰ চিন্তা আৰম্ভ কৰা হয়। সকলো বিৰোধীদলৰ একীকৰণৰ বিষয়ে আলোচনা-চৰ্চা শ্ৰীজয় প্ৰকাশ নাৰায়ণৰ নেতৃত্বত হয়। এই আলোচনা গুৰুতৰ ৰূপ গ্ৰহণ কৰে আপাত কালৰ সময়ত। আপাত কালৰ সময়ত প্ৰায় সকলো বিৰোধী গোটৰ লোক বিভিন্ন কাৰাগৃহত একে লগে থকাৰ ফলত বিৰোধী পক্ষৰ একীকৰণৰ কাৰ্য্য তীব্ৰতা লাভ কৰে। দেশৰ বিভিন্ন জেল সমূহত সেই বিষয়ে দীঘলীয়া আলাপ-আলোচনা, বৈঠক ইত্যাদি হয় আৰু লগে লগে বাহিৰত কাম কৰি থকা সকলো দলৰ লোকও সেই বিষয়ে চিন্তা-আলোচনা কৰে। অ-কম্যুনিষ্ট বিৰোধী দলসমূহৰ একীকৰণৰ প্ৰক্ৰিয়াত সংঘৰ উল্লেখনীয় যোগ-দান আছিল। যোৱা নিৰ্বাচন, জনতা পাৰ্টিৰ নিয়মিত ভাৱে গঠন আৰু বৰ্তমান বিভিন্ন পত্ৰ-পত্ৰিকাত অহা বিৱৰণৰ পৰা এইটো স্পষ্ট হৈ গৈছে। ইয়াত এই বিষয়ে বিস্তৃত বিৱৰণ দিয়া প্ৰয়োজন নাই।

অসমতো বিভিন্ন জেলত ভিন-ভিন দলৰ লোকসকল একে লগে থকা সময়ত যদিও এই বিষয়ে আলোচনা কৰে, আলোচনাৰ ৰূপ নিশ্চয় তিহাৰ, বাংগালোৰ, য়েৰ-ৱাদা আৰু অম্বালা ইত্যাদি জেলত হোৱা আলোচনাৰ দৰেচিনা নাছিল। ইয়াৰ কাৰণ স্পষ্ট আছে। যিয়ে হওঁক, জনতা পাৰ্টি গঠনৰ বিষয়ে সৰ্বশ্ৰী গোলাপ বৰবৰা, দুলাল চন্দ্ৰ বৰুৱা, বিশ্ব গোস্বামী, ৰমেশ কুমাৰ মিশ্ৰ ইত্যাদি অসমৰ ৰাজনৈতিক দলৰ নেতা

সকলৰ পৰামৰ্শ ভূমিগত নেতা সকলৰ লগত হৈছিল। তেওঁলোকে এক ৰাজনৈতিক দল গঠনৰ কাৰ্য্যত নিজৰ সমৰ্থন দিছিল।

সেই আলোচনা নিৰ্ণায়ক স্তৰত চলি থকা সময়ত, জেলত আমি গঠন হব লগীয়া নতুন দলৰ Policy and Programme of the New Party শিতানত এখন ৯ পৃষ্ঠাৰ পত্ৰক পাওঁ। কাৰ্য্যকৰ্ত্তাসকলৰ জাননীৰ কাৰণে আৰু মতামত বিচাৰি সেই পৰিপত্ৰক প্ৰায় সকলো জেলত পঠোৱা হৈছিল। নতুন দল গঠন হোৱা নিশ্চিত হৈ গৈছিল আৰু পূৰ্বনিৰ্দ্ধাৰিত কাৰ্য্যক্ৰম হিচাবে শ্ৰীজয়প্ৰকাশ নাৰায়ণে ১৯৭৭ চনৰ ২৬ জানুৱাৰী তাৰিখে নতুন দল গঠনৰ ঘোষণা কৰা কথা আছিল। কিন্তু নিৰ্বাচন ঘোষণাৰ ফলত জনতা পাৰ্টি গঠন কাৰ্য্য কেইদিনমান আগতে কৰিব লগীয়া হয়।

ভূমিগত আন্দোলনকাৰীসকলৰ সন্মুখত অন্য এটা প্ৰমুখ কাৰ্য্য আছিল কাৰাগাৰত থকা লোক সকলৰ পৰিয়ালৰ সহায়, পৰিদৰ্শন আৰু সংৰক্ষণ কৰা।

কাৰণ নেদেখুৱাকৈ বা বিনা মোকৰ্দ্দমা চলোৱাকৈ মাহ-মাহ ধৰি লোকক অন্যায়েৰে ধৰি ৰখাৰ ফলত কিমান পৰিয়াল ধ্বংস হয়, কিমান লোকৰ চাকৰি যায়, কিমান লোকৰ বেপাৰ-বাণিজ্য নাইকিয়া হয় আৰু কিমানজনৰ স্বাস্থ্য হানি হয়, এই হিচাব জানো কোনোবাই ৰাখিছে? কংগ্ৰেছ বা ইন্দিৰা গান্ধীয়ে তেওঁলোকৰ সেই অৱস্থা আৰু সেই সময় ঘূৰাই দিব পাৰিব নে কি? ক্ষমা খুজিলে বা দুখ প্ৰকাশ কৰিলে জানো তেওঁলোকৰ সেই দুখ, কষ্ট আৰু উৎপিড়ণ নাইকিয়া হব----?

তেওঁলোকৰ ত্যাগ আৰু তপস্যাৰ বিনিময়তে আজি দেশত অকল লোকতন্ত্ৰৰেই ৰক্ষা হোৱা নাই, ৰক্ষা হৈছে প্ৰাচীন ভাৰতৰ ৰাষ্ট্ৰীয় চৰিত্ৰ আৰু ৰাষ্ট্ৰীয় আদৰ্শৰ। সেই দুখ আৰু কষ্টৰ বিনিময়ত তেওঁলোকে একো বিচৰা নাই। কিন্তু আন্দোলনকাৰী আৰু নাগৰিক কেইজনে তেওঁলোকৰ ৰক্ষণা-বেক্ষণ নিজৰ দায়িত্ব বুলি লৈছিল, এইটো স্বাভাৱিকও আছিল। এই কাৰণে তেওঁলোকে যথা শক্তি এই দিশতো চেষ্টা কৰিছিল।

পূৰ্বোত্তৰ ভাৰততো দোকানীকেইজনৰ দোকান নষ্ট হয়, শিক্ষক কেইজনক চাকৰিৰপৰা উলিয়াই দিয়া হয়, চৰকাৰী প্ৰতিষ্ঠানত চাকৰি কৰি থকা লোকৰ চাকৰি হেৰাই আৰু উকিলৰ ওকালতি, ডাক্তৰৰ প্ৰেক্‌টিচ নাইকিয়া হৈ পৰে। ফলস্বৰূপে তেওঁলোকৰ পৰিয়ালৰ লোক কষ্টত পৰে আৰু অভাৱ-অনাটনৰ সন্মুখীন হয়। কোনোবায়ে নিজৰ দোকান বন্ধ কৰি, কোনোবায়ে নিজৰ চাকৰি বাদ দি, কোনোৱে নিজৰ পঢ়া-শুনা এৰি, পৰীক্ষা বাদ দি আৰু নানাৰকমৰ নিজস্ব কাৰ্য্যকলাপ বাদ দি তেওঁলোকে সত্যাগ্ৰহ কৰে, কাৰাবাস স্বীকাৰ কৰে—ফলত তেওঁলোকও নহয়, তেওঁলোকৰ পৰিয়ালৰ লোকও কষ্ট, পীড়া, আৰু অভাৱত পৰে। যদি প্ৰতিজন বন্দী আৰু তেওঁৰ পৰিয়ালৰ কষ্ট, অভাৱ আৰু পীড়াৰ বিৱৰণ লিখা হয়, তেন্তে প্ৰতিজনৰ কাৰণে বেলেগ বেলেগ কিতাপ লিখিব লাগিব। ইয়াত মোৰ উদ্দেশ্য তেওঁলোকৰ কষ্ট



বা দুখৰ চিত্ৰ আঁকা নহয়, বৰং এই বিষয়ে ওপৰত কোৱা মতে, ভূমিগত কাৰ্য্যকৰ্ত্তা সকলে কৰা কাৰ্য্যৰ চমু পৰিচয় দিয়াহে আছে।

প্ৰায় সকলো বন্দীলোকৰ পৰিয়ালৰ খবৰ আন্দোলনকাৰী নেতাসকলে ৰাখে। বিপদৰ আশংকা থকা স্বত্বেও তেওঁলোকে বহু সংখ্যক বন্দীলোকৰ ঘৰলৈ নিজে গৈ খা-খবৰ লয়। অদৃশ্য থাকি আৰু প্ৰত্যক্ষ পৰিচয় নিদিয়াকৈ আন্দোলনকাৰী নেতাসকলে কেইবাটাও পৰিয়ালৰ বহুতো কাম কৰি দিয়ে বা কৰাই দিয়ে। খুব অভাৱত থকা আঠটাতকৈও বেছি পৰিয়ালক মাহে ৫০ টকা বা আৱশ্যকতা অনুসৰি অধিক ধন পঠোৱাৰ ব্যৱস্থা কৰা হৈছিল। আদালতী কাৰ্য্যকলাপত সহায়ৰ কাৰণে প্ৰতিটো নগৰত উকীলৰ নিযুক্তি কৰা হৈছিল। নিযুক্ত উকীলসকলে জেলত যোৱা সকলৰ মোকৰ্দ্দমাই নহয়, তেওঁলোকৰ পৰিয়ালৰ সদস্য সকলকো আদালতী কাৰ্য্যত সহায় কৰে। বন্দী কাৰ্য্যকৰ্ত্তা এজনৰ মোকৰ্দ্দমা লোৱাত গুৱাহাটীৰ উকীল শ্ৰীভুৱনেশ্বৰ বুজৰবৰুৱাক পুলিচে ১৯৭৬ চনৰ মাৰ্চ মাহত আটক কৰে। ভয় আৰু আতংক সৃষ্টি কৰাৰ চৰকাৰী কুচেষ্টা আছিল এইটো---চৰকাৰ বিৰোধী লোকৰ সহায় কৰিব কোনে কিয় !!

## বেষ্ট বিছেচ্ ফ'ৰ হেপ্পী জাৰ্ণী !

১৯৭৬ চনৰ ১৪ ৰ পৰা ২৬ জানুৱাৰী লৈকে ভিন ভিন ৰাজ্যৰ সত্যাগ্ৰহীয়ে দিল্লীত গৈ সত্যাগ্ৰহ কৰাৰ যি কাৰ্য্যক্ৰম আছিল, সেই মতে অসমৰ পৰা দিল্লীলৈ সত্যাগ্ৰহৰ কাৰণে যোৱা দল এটা ২০ জানৱাৰীৰ দিনা সত্যাগ্ৰহ কৰিব নোৱাৰে, কিয়নো সেই দিনা অখিল ভাৰতীয় স্তৰত সত্যাগ্ৰহ স্থগিত কৰিবলগীয়া হৈছিল। সত্যাগ্ৰহ পৰ্ব শেষ হৈছিল হয়, কিন্তু ভূমিগত আন্দোলন শেষ হোৱা নাছিল। ভূমিগত কাৰ্য্যক্ৰম চলি আছিল। আৰু চলি আছিল বুলেটিন প্ৰকাশন, সাহিত্য বিতৰণ, ভূমিগত সভা--সমিতি আৰু অন্যান্য বৈঠক। পূৰ্ণ উদ্যমে চেষ্টা কৰিও চৰকাৰে ভূমিগত লোকক ধৰিব পৰা নাছিল। প্ৰান্তৰ বিভিন্ন স্থানত সংঘ আৰু সমিতিৰ লোকক সোধ-পোছ কৰি আৰু প্ৰলোভন ইত্যাদি দিও চৰকাৰৰ মতলব পূৰণ নহয়। গুৱাহাটীৰ সাপ্তাহিক 'আলোক' কাকতৰ কাৰ্য্যালয়ত পুলিচ আৰু চোৰাং চোৱা বিভাগৰ লোকে প্ৰতি দুই-তিনি দিনৰ পিছত 'চেকিওৰ' বাবে যায়। এই কাৰ্য্যালয়ত তেওঁলোকে সৰ্বশ্ৰী যোশীজী, মধুকৰজী আৰু শ্ৰীবিনায়ক কনেটকৰ ইত্যাদিক বিচাৰে। উল্লেখযোগ্য যে শ্ৰীবিনায়ক কনেটকৰ তেজপুৰৰ পৰা সেই সময়ত মাহেকীয়া বুলেটিন এটা প্ৰকাশ কৰি আছিল—লোকবাৰ্ত্তা (অসমীয়া)। প্ৰায় সদায় আলোক কাকতৰ কাৰ্য্যালয়ত পুলিচৰ আগমনৰ ফলত আলোকৰ কৰ্ম্মচাৰী ভয়ভীত হৈ কাৰ্য্যালয় এৰি পলাব লগীয়া হয়। আলোকৰ ব্যৱস্থাপক জনক খুব আগতে আটক কৰা হৈছিল। আপতকালৰ আগে 'আলোক'ৰ অৱস্থা ভাল আছিল, কিন্তু আপাতকালৰ পিছত আজি 'আলোক' কাকতৰ অৱস্থা শোচনীয়। যিয়েই নহওঁক, ইমান হোৱা স্বত্বেও আলোক কাৰ্য্যালয়ত প্ৰায় আহি আৰু গৈ থকা ভূমিগত লোকক পুলিচে ধৰিব নোৱাৰে।

পুলিচে বিচাৰি ওলাব নোৱাৰে ভূমিগত নেতৃবৰ্গৰ বিভিন্ন সময়ত হৈ থকা বৈঠক আৰু সভা ইত্যাদিৰ স্থান, সময় আৰু তিথি ইত্যাদি। কিয়নো চৰকাৰী লোকসকল আছিল চাকৰিয়াল কিন্তু ভূমিগত লোকসকলৰ কাৰো চাকৰি নাছিল---তেওঁলোকে স্বপ্ৰেৰণা আৰু স্বেচ্ছাৰে মাতৃভূমিৰ সেৱাত আত্ম নিয়োগ কৰিছিল; ধন সম্পদ বা মান সন্মান বিচৰা নাছিল।

তেওঁলোকৰ নিজস্ব কাৰ্য্যপদ্ধতি এটা আছিল। সাংকেতিক ভাষাত ও আছিল। উদাহৰণ স্বৰূপে ধৰি লওঁক যোৰহাটৰ পৰা এটা টেলিগ্ৰাম প্ৰান্তৰ বিভিন্ন ঠাইলৈ কৰা হৈছে---"Best wishes for happy journey" অৰ্থাৎ বৈঠক আছে। ক'ত?---টেলিগ্ৰাম যোৰহাটৰ পৰা দিয়া হৈছে অৰ্থাৎ যোৰহাটত মিটিং আছে!! কিন্তু কেতিয়া? টেলিগ্ৰাম প্ৰেৰকৰ নাম Harish আছে, এই নামৰ প্ৰথম আখৰ 'এচ্' আছে আৰু এচ ইংৰাজী বৰ্ণমালাৰ অষ্টম শব্দ আছে; অৰ্থাৎ যোৰহাটত আঠ তাৰিখে বৈঠক আছে!!!

এই ধৰণে Admitted to hospital সন্দেশৰ অৰ্থ আছিল Arrested বা ধৰা পৰিল। Released from hospital অৰ্থাৎ মুক্তি হৈছে!! যদি কোনোবাক পেৰল দিয়া হয় তেতিয়া টেলিগ্ৰাম আহিব Released from hospital, still unwell!!!

ইয়াত ভূমিগত লোক দুজনৰ দুটা ৰুচিকৰ ঘটনাৰ লোভ সামৰিব নোৱাৰিলোঁ---

তিনিচুকীয়াৰ শ্ৰীকানুভূষণ সুৰ পুলিচৰ তালিকাত আছিল। পুলিচে তেখেতক ধৰাৰ কাৰণে তেওঁৰ ঘৰত 'ৰে'ড' কৰে। তেওঁ ঘৰতে আছিল। তেওঁ ঘৰৰ ছাল এৰুৱাই পলাই যায়। ভূমিগত জীৱন আৰম্ভ হয়।------এবাৰ তেওঁ ঘৰত আছে বুলি গম পাই পুলিচে 'ফুল ফ'ৰ্চ' লৈ আহে। তেওঁৰ ঘৰৰ চৌপাশে পুলিচে ঘেৰাও কৰে। কিন্তু যেতিয়ালৈকে পুলিচৰ লোক ঘৰৰ দৰজা খট্ খটাই, তেখেতক মাতিবলৈ যায়, তেওঁ ঠিক আগৰ দৰেই ঘৰৰ ছাল এৰুৱাই পলাই যায়---পুলিচৰ দোষ আছিল নে শ্ৰীসুৰৰ বুদ্ধি আৰু সাহসে কাম কৰিছিল!!

ভাৰতীয় জনসংঘৰ শ্ৰীসপন চৰাইকৰ ভূমিগত আছিল। সেই কালত তেখেতৰ 'আৰ্থ্ৰাইটিচ' বেমাৰ হয়। তেখেতক গুৱাহাটী মেডিকেল কলেজত চিকিৎসাৰ বাবে ভৰ্তিকৰণৰ কথা বিবেচনা কৰা হয়, কিন্তু প্ৰৱেশৰ সমস্যা আহে! কি কৰা যায়? মেডিকেলৰ বিষয়া এজনে এই বিপদ স্বীকাৰ কৰি নিজৰ ভাই বুলি মেডিকেল কলেজত তেওঁৰ চিকিৎসা আৰম্ভ কৰে। সৌভাগ্যৰ কথা যে দুই-তিনি দিনতে তেখেতে ভাল পায়। কিন্তু 'আৰ্থ্ৰাইটিজ'ৰ ৰোগী মেডিকেল কলেজত তিনি-চাৰি বছৰৰ পিছত আহিছিল, এই কাৰণে তেওঁ ডাক্তৰী পঢ়ি থকা বিদ্যাৰ্থীসকলৰ অধ্যয়নৰ বিষয় হৈ পৰে! ডাক্তৰ সকলে এই কাৰণে তেওঁক ছুটি নিদিলে। আৰু আৰম্ভ হয় বিদ্যাৰ্থীবৰ্গৰ শিক্ষা! সেই সময়ত তেওঁৰ ওচৰৰ বিছনাত এজন গুপ্তচৰ বিভাগৰ বিষয়াৰ মাকক



অনা হয়। মাকক চাবলৈ ল'ৰাৰ আগমনটো খাটাং আছিল। শ্ৰীসপন চৰাইকৰৰ লগত সেই গুপ্তচৰজনৰ পৰিচয় আছিল। এতিয়া কি হ'ব? গুপ্তচৰ বিভাগৰ সেই ব্যক্তিজন অহা সময়ত তেওঁ চাদৰ মুৰত লৈ শুই থাকে। পিছত অৱসৰ পাই তেওঁ তাৰ পৰা পলাই আহে। আন হাতে মেডিকেলত তেখেতৰ খবৰ লবলৈ শ্ৰীশ্ৰীধৰ পাঠক যায়। শ্ৰীচৰাইকৰক তাত নাপাই তেওঁ ডাক্তৰ আৰু নাৰ্ছ ইত্যাদিক হুমুকি (ভাবুকি) দিয়ে আৰু মেডিকেল কলেজত লাগি যায় হুলস্থুল। শ্ৰীপাঠক কলেজৰ পৰা ভূমিগত কাৰ্য্যালয়লৈ ঘূৰি আহে আৰু চৰাইকৰও তাত আহি উপস্থিত হৈছিল। কিয় পলাই আহিবলগীয়া হ'ল---সম্পূৰ্ণ কথা তেওঁ শ্ৰীধৰ পাঠকক কয়। কিন্তু যি বন্ধুৱে মেডিকেলত প্ৰৱেশ কৰাইছিল তেওঁৰ দিগদাৰ নহব জানো? এই কাৰণে পাঠকজীয়ে তেওঁক আকৌ কলেজত লৈ যায়। বেলেগ ৰাস্তাৰে শ্ৰীচৰাইকৰক একেবাৰে ওপৰৰ মহলাত যাব লৈ আৰু লাহে লাহে ওপৰৰ পৰা নিজৰ ৱাৰ্ডলৈ আহিবলৈ তেওঁ কয়। নিজে শ্ৰীপাঠক ওপৰৰ পৰা ৱাৰ্ডৰ ফালে আহোঁতে তেখেতক লৈ নাৰ্ছ আৰু ডাক্তৰ ইত্যাদিৰ সন্মুখত লৈ যায়। ডাক্তৰক তেওঁ কয়---"যাব ক'ত? মই কৈ আছিলো নহয়, ইয়াতে কোনোবা ঠাইত হ'ব।----ওপৰত শুই গৈছিল----ইয়াত মন বহা নাছিল, এই কাৰণে তাতে বহি উপন্যাস পঢ়ি আছিল----!" আৰু দুয়োজনে ডাক্তৰ ইত্যাদিক হোৱা অসুবিধাৰ বাবে মাফ্ খোজে! কিন্তু এতিয়া ৰোগীজনক ডাক্তৰে পুনৰ হস্পিটালত নাৰাখে। শ্ৰীচৰাইকাৰক সেই দিনা ছুটি দিয়া হয়।

## হে মহান শ্বহীদসকল!

নিৰ্বাচন ঘোষণা হোৱাত ভূমিগত আন্দোলনৰ সম্পূৰ্ণ শক্তি এই যুঁজত প্ৰয়োগ কৰা হয়।

ইং ১০।৩।৭৭ তাৰিখে বন্দী নেতা আৰু কাৰ্য্যকৰ্ত্তাসকলৰ মুক্তিৰ দাবীত সমগ্ৰ দেশত 'অনশন' পালন কৰা হয়। চৰকাৰে বাৰে বাৰে ঘোষণা কৰি আছিল অৱশ্যে যে বন্দী লোকসকলক মুক্তি দিয়া হৈছে। কিন্তু প্ৰকৃততে এইটো সঁচা কথা নাছিল। গুৱাহাটীৰ পৰা দৈনিক প্ৰকাশিত হৈ থকা 'অসম ট্ৰিবুন'ৰ ৩।২।৭৭ তাৰিখৰ সংখ্যাত সমাচাৰৰ এটা বাতৰিত জনোৱা হয় যে অসম সমগ্ৰ দেশৰ প্ৰথম আৰু সম্ভৱতঃ একমাত্ৰ প্ৰদেশ আছে য'ত সকলো ৰাজনৈতিক বন্দীক মুক্তি দিয়া হৈছে। এই গৰ্বপূৰ্ণ বক্তব্য আছিল অসমৰ তৎকালীন মুখ্য সচিৱ ৰাণা কে, ডি, এম সিঙৰ। তেওঁ আৰু অসমৰ আই. জি. পিয়ে সেই সময়ত দিল্লীত অনুষ্ঠিত হোৱা এটা বৈঠকত ভাগ লবলৈ দিল্লীলৈ গৈছিল। দিল্লীত সেই বক্তব্য দিয়া হৈছিল। কিন্তু এই লিখকে সেই সময়ত জেলত কেইজনমান বন্ধুৰ লগত আছিল। প্ৰদেশৰ বিভিন্ন কাৰাগাৰতো তেতিয়ালৈকে ভালে সংখ্যক বন্দী আছিল। ইং ১৫।২।৭৭ তাৰিখৰ 'দৈনিক অসম'ত বৰপেটাৰ পৰা ১৪ ফেব্ৰুৱাৰীৰ বাতৰি এটা দিয়া আছে---"মিছা"ত বন্দী বৰপেটাৰ এম, চি, কলেজৰ শিক্ষক শ্ৰীবিজনলাল চৌধুৰীক গোৱালপাৰা জেলৰ পৰা মুক্তি দিয়া হৈছে। "মিছা" অনুসৰি তেওঁক

ওঠৰ মাহ আটক কৰি ৰখা হৈছিল। ইং ২০।২।৭৭ তাৰিখৰ 'দৈনিক অসম' কাকতত প্ৰকাশিত বাতৰিত জনোৱা হৈছিল যে "নগাওঁ জেলত 'মিছা'" বন্দী ১৩ জন এতিয়াও আটক অৱস্থাত আছে।

এই কাৰণে [illegible] মুক্তিৰ মিথ্যা আশ্বাসৰ বিৰুদ্ধে সমগ্ৰ [illegible] মাহৰ 'অনশন' ধৰ্মঘট পালন [illegible] উপাযুক্তজনক এই দিনা [illegible] (১০।৩।৭৭) কৰা হয় আৰু আটক [illegible] বাষ্ট্ৰপতিলৈ আবেদন কৰি মুক্তিৰ দাবী জনায়।

নগাওঁ জিলা কাৰাগাৰৰ ৰাজনৈতিক বন্দীসকলে সেই দিনা "শ্বহীদ তৰ্পণ" দিৱস পালন কৰে। জৰুৰীকালীন কাৰাগাৰৰ ভিতৰত ভাৰতবৰ্ষৰ বিভিন্ন স্থানত আটক অৱস্থাত মৃত্যু বৰণ কৰা লোকসকলক শ্ৰদ্ধা নিবেদন কৰা হয়। সেই [illegible] লিখি তেওঁলোকে ৰাখিছে [illegible]। এই প্ৰবন্ধ জেলত লিখা হৈছিল, [illegible]। 'শ্বহীদ তৰ্পণ' দিৱসৰ এই প্ৰবন্ধতে পাব পূৰ্বে হব ভাৰতৰ শ্বহীদ [illegible] উল্লেখ। [illegible] সময়ে সময়ে যি ভিন ভিন কাৰ্য্যসূচী পালন কৰা হৈছিল, তাৰ বিষয়েও পাঠকে এটা কল্পনা কৰিব পাৰিব বুলি মোৰ ধাৰণা।—

## শ্বহীদ তৰ্পণ

জয় জয়তে নগাওঁ বিশেষ কাৰাগাৰৰ সকলো ৰাজবন্দীয়ে জৰুৰীকালীন কালছোৱাৰ ভিতৰত ভাৰতবৰ্ষৰ বিভিন্ন কাৰাগাৰত আটক অৱস্থাত বিনা চিকিৎসাই কৰুণভাৱে মৃত্যুবৰণ কৰা ৰাজবন্দীসকলৰ স্মৃতিত আজি আমাৰ গভীৰ শ্ৰদ্ধা নিবেদন কৰিছোঁ। শ্ৰীমতী ইন্দিৰা গান্ধীয়ে ৰাজনৈতিক উদ্দেশ্য সিদ্ধি আৰু পৈতৃক সম্পত্তি স্বৰূপে লাভ কৰা প্ৰধান মন্ত্ৰীত্বৰ আসনখন সুদৃঢ় আৰু স্থায়ী কৰাৰ মনোবৃত্তিৰে আৰু এলাহাবাদ উচ্চ ন্যায়ালয়ত প্ৰমাণিত হোৱা কলঙ্কময় অধ্যায় ঢাকি ৰখাৰ চাতুৰীৰে জৰুৰী অৱস্থাৰ ঘোষণা কৰিলে। এই পশ্চাত অগ্ৰগামী জৰুৰী অৱস্থাৰ সুযোগলৈয়ে হাজাৰ হাজাৰ নিৰপৰাধী দেশ সেৱকক বন্দী কৰিলে। বন্দীসকলৰ ওপৰত আৰম্ভ হল পুলিচৰ নিৰ্ম্মম আৰু পাশৱিক অত্যাচাৰ। ইয়াৰ পৰিণাম স্বৰূপে যিসকল সতীৰ্থ বন্দীয়ে প্ৰাণ বিসৰ্জন দিবলগীয়া হ'ল, তেওঁলোকৰ স্মৃতিত আজি আমি আমাৰ গভীৰ শ্ৰদ্ধা তৰ্পণ কৰিছোঁ।

১৯৭৫ চনৰ ২৫ জুনৰ নিশা ভাৰতবৰ্ষত আভ্যন্তৰীণ জৰুৰী অৱস্থা ঘোষণা কৰা হ'ল। কাৰ্যতঃ [illegible] ৬০ কোটি নৰ-নাৰীৰ ভাৰতবৰ্ষ নামৰ বৃহৎ কাৰাগাৰলৈ বন্দী কৰিলে। লগে লগেই জনসাধাৰণৰ মৌলিক অধিকাৰ, বাক্ [illegible], ন্যায়ালয়ৰ স্বাধীনতা, বাতৰি কাকত আৰু ইত্যাদি গণতান্ত্ৰিক অধিকাৰ খৰ্ব কৰি ইন্দিৰা গান্ধীয়ে



একনায়ক শাসনতন্ত্ৰ [illegible] কৰি ল'লে। অন্যায় ভাৱে অৰ্জন কৰা ক্ষমতাৰ বলত ৰাজনৈতিক আৰু সমাজ [illegible] তাক ডি. আই. আৰত বন্দী কৰি থ'লে। [illegible] কাৰাগাৰত পৰিণত হল। অতি কষ্ট আৰু ত্যাগৰ [illegible] কৰা স্বাধীনতা [illegible] নামত স্বেচ্ছাচাৰী ইন্দিৰা চৰকাৰে [illegible]। এই [illegible] সংবিধান সংশোধনীৰ যোগেদি মৌলিক [illegible] ক্ষমতা প্ৰধান মন্ত্ৰীৰ হাতত [illegible] ন্যায়ালয়ৰ ক্ষমতা খৰ্ব কৰা হ'ল। জৰুৰী অৱস্থাৰ [illegible] বন্দীসকলে ন্যায়ালয়ৰ সুবিচাৰৰ পৰাও বঞ্চিত হ'ল। প্ৰধান মন্ত্ৰীৰ সকলো আইনৰ ওপৰত প্ৰতিষ্ঠা কৰিলে। অসংখ্য বাতৰি কাকত আৰু ছপাখানা অত্যাচাৰী শাসনৰ বলি হ'ব লগা হ'ল। জৰুৰী অৱস্থাৰ শক্তিৰে শক্তিমন্ত হৈ শাসক দলৰ একোজন সামান্য কৰ্ম্মীয়েও চৰকাৰী বিষয়া ভয় খুৱাই অজস্ৰ ধন উপাৰ্জনৰ পথ সুগম কৰি ল'লে।

সমস্যাৰ কিন্তু ইমানতে সামৰণি নপৰিল। জৰুৰী অৱস্থা ঘোষণাৰ প্ৰায় ১০ দিনৰ পিচত কোনো ন্যায়িক তদন্ত নোহোৱাকৈয়ে দেশৰ ২৬ টা সংগঠনক নিষিদ্ধ ঘোষণা কৰিলে। নিষিদ্ধ সংগঠন কেইটাৰ হাজাৰ হাজাৰ কৰ্ম্মীক বিনা বিচাৰে কাৰাগাৰত সুমুৱালে। সকলো বিচাৰৰ পৰা বঞ্চিত কৰি বৰ্তমানেও বন্ধু-বান্ধৱ, ভাই-ককাই, পুত্ৰ পৰিবাৰৰ মৰম স্নেহৰ আঁতৰত বন্দী অৱস্থাত ৰাখি তেওঁলোকৰ ওপৰত নানা শাৰীৰিক আৰু মানসিক অত্যাচাৰ চলাই আছে। এয়া জানো গণতন্ত্ৰৰ নিদৰ্শন ?

ইন্দিৰা চৰকাৰৰ এই অন্যায়ৰ প্ৰতিবাদ স্বৰূপে গঠিত হ'ল—'লোক সংঘৰ্ষ সমিতি' সমিতিৰ আহ্‌বানত ১৯৭৬ চনৰ নৱেম্বৰ মাহৰ পৰা জানুৱাৰী মাহলৈকে আৰম্ভ হ'ল গণ সত্যাগ্ৰহ। শান্তিপূৰ্ণভাৱে সত্যাগ্ৰহ পালন কৰা স্বত্বেও পুলিচ আৰু চি, আই, ডি,ৰ দ্বাৰা চৰকাৰৰ নিৰ্দ্দেশক্ৰমে আৰম্ভ হ'ল পাশৱিক অত্যাচাৰ। স্বাধীনতা আন্দোলনৰ সময়তো হয়তো এনে অত্যাচাৰ ইংৰাজ চৰকাৰৰ দ্বাৰা কৰোৱা হোৱা নাছিল। দেশৰ বিভিন্ন স্থানত সত্যাগ্ৰহীসকলক লাঠিৰে মৰিয়াই, বুট জোতাৰে গচকি অচেতন অৱস্থাত পেলাই ৰাখি তৃষ্ণাতুৰ অৱস্থাত পানীৰ পৰিবৰ্ত্তে প্ৰস্ৰাৱ খাবলৈ দিয়া হ'ল। গুহ্য দ্বাৰেদি লোহাৰ ৰ'ড সুমুৱাই বহুতকে চিৰ দিনলৈ পঙ্গু কৰিলে। বহুতো সত্যাগ্ৰহীক হাত ভৰি বান্ধি বিজুলী বিচনীৰ লগত সংযোগ কৰি নাকে মুখে তেজ বাহিৰ নোহোৱালৈকে আকাশী জাহাজ উকৰাই আট্টহাস্য কৰিলে। নিৰ্লজ্জ আৰু নিৰ্ম্মমভাৱে পুলিচ অফিচাৰৰ সন্মুখতে সত্যাগ্ৰহীসকলক কৃত্ৰিম সমকামিতাত লিপ্ত হবলৈ বাধ্য কৰোৱা হ'ল। সেইদৰে গোটেই গা অকিয়াই পিচত নিমখ পানী ঢালি ল'ৰা বজাৰ পাশৱিক আচৰণকো একনায়ক ইন্দিৰা চৰকাৰে চেৰ পেলালে। পৃথিৱীৰ বুৰঞ্জীত এনে উদাহৰণ হয়তো খুউব কমেই পোৱা যাব।

উত্তৰে হিমালয়ৰ পৰা দক্ষিণে কন্যাকুমাৰীলৈকে, পশ্চিমে কচ্ছৰ পৰা পূবে মণিপুৰ মিজোৰামলৈকে গোটেই ভাৰতবৰ্ষত জৰুৰীকালীন অৱস্থাৰ ভিতৰত হোৱা শ্বহীদসকলৰ

বিস্তৃত বিৱৰণী পোৱা সম্ভৱ নহয় যদিও আমি জনা দুই-চাৰিজনৰ নাম স্মৰণ কৰাৰ লগতে অজ্ঞাত শ্বহীদসকলৰ প্ৰতিও আমাৰ শ্ৰদ্ধা নিবেদন কৰিলোঁ।

ভাৰতবৰ্ষৰ পূৱ প্ৰান্তত অৱস্থিত মণিপুৰৰ গণ্যমান্য ব্যক্তি ৰাজকুমাৰ কেতুকী সিং পূৰ্ব্বাঞ্চলৰ শ্বহীদ সকলৰ ভিতৰৰে অন্যতম। প্ৰায় ১৬ মাহ কাল ইম্ফলৰ কাৰাগাৰত ডি, আই আৰ'ত এই ৬০ বছৰীয়া ব্যক্তিজন বন্দী কৰি ৰাখি মুমূৰ্ষু অৱস্থাত উপায়ন্তৰ হৈ মুক্তি দিয়ে। বন্দীৰ আগৰ পৰাই হাৰ্টৰ অসুখ আছিল যদিও তেখেতক বন্দী কৰাৰ পৰা ৰেহাই নিদিলে। ফলত কাৰাগাৰৰ ভিতৰত কোনো সুচিকিৎসা নাপাই অসুখ বৃদ্ধি হল। মুক্তি পোৱাৰ প্ৰায় এসপ্তাহৰ পিচত নিজা বাসভৱনত চৰকাৰৰ অত্যাচাৰৰ বলি হৈ কেতুকি সিং আমাৰ মাজৰপৰা চিৰদিনৰ কাৰণেই হেৰাই গ'ল। সেই দৰে পূৰ্ব্বাঞ্চলৰ অন্য জন শ্বহীদ হ'ল---গুৱালকুছি অঞ্চলৰ ৰবীন কলিতা। দুখৰ বিষয়---শ্বহীদ কলিতাই মৃত্যুৰ সময়তো গুৱাহাটী মেডিকেল কলেজ হাস্পাতালত পুলিচৰ হেণ্ড কাপ লৈয়েই মৃত্যু বৰণ কৰিবলগীয়া হ'ল। শ্বহীদ কলিতাক মুমূৰ্ষু অৱস্থাতো হেণ্ডকাপ খুলি দিয়া নহল। ধিক্ ভাৰতবৰ্ষৰ স্বাধীনতা! গণতন্ত্ৰ প্ৰেমী জনসাধাৰণে শ্বহীদ কলিতাৰ মৃত্যুত দুটোপাল চকুলো নেপেলাই পাৰিব নে? ভাৰতবৰ্ষৰ স্বাধীনতা। একে দৰেই শ্বহীদ হল মহাৰাষ্ট্ৰৰ অন্যতম সমাজসেৱী ব্যক্তি পাণ্ডুৰঙ্গ সীৰসাগৰ মহোদয়। কেতুকী সিঙৰ দৰেই তেখেতেও হাৰ্টৰ অসুখৰ কোনো চিকিৎসা নাপাই মহাৰাষ্ট্ৰৰ থানা কাৰাগাৰত ইহলীলা সম্বৰণ কৰিবলগীয়া হ'ল।

সেই দৰে কৃষ্টা গৌৰ আৰু ভূমাইয়া নামৰ ৰাজবন্দী দুজনকো জৰুৰী অৱস্থাৰ ভিতৰতে অন্যায় ভাৱে ফাঁচী কাঠত তোলা হ'ল। ভাৰতবৰ্ষৰ বিভিন্ন ৰাজনৈতিক নেতা আৰু সমাজসেৱীৰ প্ৰতিবাদকো আওকাণ কৰি স্বেচ্ছাচাৰী ইন্দিৰা চৰকাৰৰ ভৃত্য বিচাৰক মণ্ডলীয়ে এই দুজন ব্যক্তিক মৃত্যু দণ্ড বিহিলে। কোনো গণতন্ত্ৰ প্ৰেমী জনসাধাৰণেই এই শ্বহীদ দুজনৰ মৃত্যু দণ্ডক নিশ্চয় স্বীকাৰ নকৰিব।

জৰুৰী অৱস্থা নামৰ এই মাৰাত্মক অস্ত্ৰ হাতত থক অৱস্থাত জানো ইন্দিৰা চৰকাৰে কাৰোবালৈ ভয় কৰিব? নিশ্চয় নকৰে। সেয়েহে জন্ম নিয়ন্ত্ৰণৰ নামত আৰম্ভ কৰি দিলে বিশেষকৈ উত্তৰ প্ৰদেশ, বিহাৰ, আৰু ৰাজস্থানত নানা প্ৰলোভন, জুলুম আৰু অত্যাচাৰ। পৰিয়াল পৰিকল্পনাৰ অন্তৰ্ভুক্ত নহলে ইন্‌ক্ৰিমেণ্ট বন্ধ কৰা হ'ল, চাকৰিৰ প্ৰমোচনত বাধা আনিলে, আনকি চৰকাৰী সাহায্যৰ পৰাও বঞ্চিত কৰা হ'ল। ক্ৰমে ক্ৰমে জন্ম নিয়ন্ত্ৰণৰ নামত চলা অত্যাচাৰে শীৰ্ষ বিন্দুত আৰোহন কৰিলেগৈ। ইয়াৰ প্ৰতিবাদ কল্লে শান্তিপূৰ্ণভাৱে দিল্লীৰ জুম্মা মছজিদৰ প্ৰাঙ্গণত সমবেত হোৱা জনসাধাৰণৰ ওপৰতো পুলিচে গুলি চালনা কৰি চৰম নিদৰ্শন দাঙি ধৰিলে। ফলত বহুতো নিৰপৰাধী মানুহে অবাবতে প্ৰাণ বিসৰ্জ্জন দিব লগীয়া হ'ল। এয়া জানো ধৰ্ম্ম নিৰপেক্ষতা আৰু সমাজবাদী চৰকাৰৰ উদাহৰণ।

জৰুৰী অৱস্থাৰ ভিতৰতে ভাৰতৰ জনসাধাৰণে আৰু এটা নতুন কথা শুনিবলৈ পালে---সেয়া হল কুৰি দফীয়া অৰ্থনৈতিক আঁচনি। শুনি ভাল লাগিল। গৰীব জন-



সাধাৰণেও তেওঁলোকৰ আশা আকাংক্ষা পূৰণ হব বুলি গুনি পূৰ্ব্বৰ সকলো অত্যাচাৰ, উৎপীড়ণ পাহৰি পেলালে। কিন্তু লাহে লাহে মেকুৰী জোলোঙাৰ পৰা ওলাই পৰিল। এই কুৰি দফীয়া আঁচনি বাস্তৱতে এটা প্ৰহসনহে মাত্ৰ। ১৯৭১ চনৰ নিৰ্ব্বাচনৰ সময়ত দিয়া কোনো এটা প্ৰতিশ্ৰুতিয়েই পালন কৰিব নোৱাৰি ইন্দিৰা চৰকাৰে এই নতুন ধ্বনিৰে পূৰ্ব্ব প্ৰতিশ্ৰুতি পাহৰিবলৈ কৰা চেষ্টা ভিন্ন ই অন্য একো নহয়। এনেকৈয়ে চাওঁতে চাওঁতে দেখা গ'ল কুৰি দফীয়া আঁচনিয়ে পাঁচ দফীয়া এটা সন্তানো জন্ম দিলে। দেশত আৰম্ভ হল আকৌ নতুন হৈ চৈ। এই ২০+৫ দফীয়া মাতৃ-পুত্ৰ আঁচনিৰ নামত খৰছ হ'ল ৰাজ ভৰালৰ কোটি কোটি টকা। শেষত দেখা গ'ল---সকলো ফুটুকাৰ ফেন। সঁচা কথা কবলৈ গলে, প্ৰধান মন্ত্ৰী গান্ধী আৰু তেওঁৰ সুসন্তান সঞ্জয়ৰ ভাৱমূৰ্ত্তি জনসাধাৰণৰ সন্মুখত উজ্জ্বল কৰি ৰখাৰ যন্ত্ৰৰ বাহিৰে এই আঁচনিৰ কোনো বাস্তৱ মূল্য নাই। এতিয়া আৰু ভাৰতবৰ্ষৰ জনসাধাৰণক এই ২০+৫ দফীয়া আঁচনিয়ে মন মুহিব নোৱাৰে।

পাঁচ দফীয়া আঁচনিৰ অন্তৰ্গত অন্য এটা দফা হল---নগৰ পৰিষ্কাৰ পৰিচ্ছন্নভাৱে ৰখা। ইয়াৰ নামত লাখে লাখে গৰীব জনসাধাৰণৰ ঘৰ-দুৱাৰ ভাঙি দি নিজৰ দেশতেই ভগনীয়া কৰিলে। পৰিণাম স্বৰূপে তেওঁলোকে ভিক্ষা বৃত্তি নহয় অপ্ৰিয় কৰ্ম্মৰ আশ্ৰয় লবলৈ বাধ্য হ'ল। ইন্দিৰা চৰকাৰৰ এই কুকৰ্ম্মৰ প্ৰতিবাদ কৰা বহুতেই পুৰস্কাৰ হিচাপে মৃত্যুক আকোৱালি লব লগা হল।

১৯৭১ চনত দিয়া 'গৰিবী হাটাও' ধ্বনিৰ প্ৰতিশ্ৰুতি এতিয়াও ইন্দিৰা চৰকাৰে পালন নকৰিলে। দৰিদ্ৰতাৰ নগ্নৰূপ এতিয়াও নগৰে-চহৰে, গাৱেঁ-ভূঞে বিদ্যামান। জৰুৰী অৱস্থা সৃষ্টি কৰি সকলো ক্ষমতা কেন্দ্ৰীভূত কৰিও কিয়, দৰিদ্ৰতা দূৰ কৰিব নোৱাৰিলে? চৰকাৰী হিচাপমতে এতিয়াও ভাৰতবৰ্ষত ৪॥ কোটি ভূমিহীন লোক আছে। আন হাতে জৰুৰী অৱস্থাৰ সুযোগ লৈ পুঁজিপতি সকলৰ ধন শতগুণে বৃদ্ধি কৰিবলৈ এই চৰকাৰেই সুবিধা দিয়া নাই জানো? প্ৰায় ১·৫ নিযুত শ্ৰমিকৰ দুৰৱস্থাৰ খবৰ চৰকাৰে এতিয়াও নাজানে নেকি?

ইন্দিৰা চৰকাৰ! তোমাৰ নিৰক্ষৰতা দূৰীকৰণৰ আঁচনি আজি কলৈ গ'ল? এতিয়াও কিয় ভাৰতবৰ্ষৰ শতকৰা ৭০ জন লোক নিৰক্ষৰ? দুখৰ বিষয়, দেশত ৰাক্ষস মূৰ্ত্তিৰে আগ বাঢ়ি অহা নিবনুৱা সমস্যা সমাধানৰ কাৰণেও চৰকাৰে কোনো চেষ্টাকেই কৰা দেখা নগ'ল। সামান্যতম চেষ্টা কৰাহেতেনো ১৯৭১ চনৰ ৪·৫ নিযুত নিবনুৱাৰ সংখ্যা বাঢ়ি গৈ ১৯৭৫-৭৬ চনত ১১ নিযুত হয় গৈ নে? 'গৰিবী হাটাও' আৰু কুৰি দফীয়া আঁচনিৰ নামত জনসাধাৰণক ফাঁকি দিয়াই ইন্দিৰা চৰকাৰৰ উদ্দেশ্য নেকি?

ওপৰত উল্লেখ কৰা সকলো কুফলৰ পৰিণাম জনসাধাৰণে জৰুৰীঅৱস্থাৰ ভিতৰতে ভোগ কৰিছিল আৰু যিসকল শ্বহীদ বন্ধুৱে চৰকাৰৰ এই জৰুৰী অৱস্থাৰ

বলি হৈ আমাৰ মাজৰ পৰা চিৰ দিনৰ কাৰণে আঁতৰি গ'ল, তেওঁলোকৰ স্মৃতিত আমি নগাওঁ বিশেষ কাৰাগাৰৰ সকলো ৰাজনৈতিক বন্দীয়ে গভীৰ শ্ৰদ্ধা তৰ্পণ কৰিলো।

হে মহান শ্বহীদ সকল! তোমালোকৰ করুণ স্মৃতি গণতন্ত্ৰ প্ৰেমী ভাৰতবাসীয়ে চিৰ দিন স্মৰণ কৰি থাকিব। তোমালোকৰ জীৱন ধন্য হ'ল।

ভাৰত মাতা কী জয়!!

---

'জয় হওঁক জনতাৰ'

লোক সভা নিৰ্ব্বাচনৰ ফলাফলত কংগ্ৰেছৰ পৰাজয়ৰ ঘোষণা হোৱা নাছিল, ঘোষণা হৈ আছিল ভূমিগত আন্দোলন, ভূমিগত আন্দোলনকাৰী আৰু তেওঁলোকৰ সিদ্ধান্ত আৰু আদৰ্শৰ বিজয়ৰ!

বিৰোধী পক্ষৰ জয়লাভৰ হেঁচা পাই কংগ্ৰেছ ধ্বংস প্ৰায় হৈ পৰে। কিয়? কিয়নো কংগ্ৰেছে নিজৰ সিদ্ধান্ত আৰু আদৰ্শ ৰক্ষা কৰিব পৰা নাছিল। কংগ্ৰেছৰ নৈতিক পতনৰ জীৱন্ত সাক্ষী আছিল ১৯৭৫ চনৰ পৰা ১৯৭৭ চনৰ আভ্যন্তৰীণ জৰুৰী কালীন অৱস্থাৰ কালছোৱা!!

'ইন্দিৰাৰ ইণ্ডিয়া' নচলিল, চলিল সফলতাৰে ভূমিগত আন্দোলন---' সেই কালছোৱাত চলা এই আন্দোলনৰ কেইটামান দিশৰ পিছৰ পৃষ্ঠাত বিৱৰণ দিয়া হ'ল।

এই অধ্যায়ৰ সামৰণিত এটা কথা আৰু--- সমাচাৰ প্ৰসাৰণৰ ওপৰত বাধা-নিষেধ থকা কাৰণে কোনেও জনা নাছিল যে কোনে কোনে জেলত আছে? কিমানজনক ধৰা হৈছে? কিয় ধৰা হৈছে? কেতিয়া ধৰা হৈছে? জেলত বন্দী থকা লোক সকলৰ সেই যোগদান স্মৰণীয়। তেওঁলোকৰ বিষয়ে জনাও আজি নিতান্ত প্ৰয়োজনীয়।

কেন্দ্ৰীয় চৰকাৰেই নহয়, ভিন্ন ভিন্ন ৰাজ্য চৰকাৰেও ইন্দিৰা গান্ধীৰ গাদী ৰক্ষাৰ কাৰণে আটক কৰা সৰহ সংখ্যক লোকৰ কথা স্বীকাৰ কৰা নাছিল। সম্ভৱতঃ



এই কাৰণে ভূমিগত আন্দোলনকাৰীসকলে সেই কালত এসময়য়ে সমগ্ৰ দেশত আটক কৰা লোকসকলৰ বিস্তৃত বিৱৰণসহ তালিকা তৈয়াৰ কৰি, সংযুক্ত ৰাষ্ট্ৰ সংঘলৈ প্ৰেৰণ কৰাৰ ব্যৱস্থা কৰিছিল। ডাঃ সুব্ৰমনিয়ম স্বামীয়ে সেই তালিকা ৰাষ্ট্ৰসংঘত প্ৰস্তুত কৰি ৰাষ্ট্ৰ সংঘৰ সভাত ভাৰতৰ অৱস্থাৰ বিষয়ে ভাষণ দিব বুলি স্থিৰ কৰা হৈছিল। কিন্তু 'হঠাৎ' দেশত নিৰ্ব্বাচন ঘোষণা কৰাৰ কাৰণে এইটো সম্ভৱ নহয়।

সি যি কি নহওক, আপাতকালৰ অৱস্থাৰ সময়ত পূৰ্বোত্তৰ ভাৰতত কিমান লোকক আটক কৰা হৈছিল? 'মিছা' ধাৰণাত অৱস্থিত চৰকাৰৰ ওচৰত এই প্ৰশ্নৰ উত্তৰ পাবলৈ যোৱা ইচ্ছা নকৰি, মই বিপ্লৱী নেতা সকলৰ ওচৰত এই বিষয়ে তথ্য সংগ্ৰহ কৰাৰ কাৰণে যাওঁ।

যি ব্যৱস্থাৰে তথ্য সংগ্ৰহ কৰা হৈছে এইটো জানিবলগীয়া! এই বিষয়বেই নহয়, ভূমিগত আন্দোলনৰ অন্য দস্তাবেজ ৰখা ধৰণও মন কৰিব লগীয়া। সেই ফাইল বা ৰেক'ৰ্ডসমূহ তেওঁলোকৰ যোগ্যতা আৰু দক্ষতাৰ আৰু এটা উদাহৰণ! তেওঁলোকৰ অবিশ্ৰান্ত পৰিশ্ৰমৰ ই এটা জীৱন্ত পৰিচয়!!

বন্দীলোকৰ তালিকা প্ৰতি জিলা ভিত্তিত আৰু বিভাগৰ ভিত্তিত (Division wise) আছে। পূৰ্বোত্তৰ ভাৰতৰ ৰাজ্যসমূহৰ তালিকা বেলেগ বেলেগ আছে। ১।৭।৭৬, ১।৩।৭৭, ৫।২।৭৭ বা '৭৫, '৭৬ আৰু '৭৭ চনৰ বেলেগ বেলেগ সূচী আছে। আপাতকালৰ পূৰ্বে এ. চি. টি. এ. আন্দোলন বা অন্য কাৰণত আটক কৰা লোকৰ তালিকা আছে। সত্যাগ্ৰহৰ সময়ত, সত্যাগ্ৰহৰ আগে বা সত্যাগ্ৰহৰ পিছত আটক হোৱা লোকৰ সূচী আছে। জৱাহৰনগৰত হোৱা কংগ্ৰেছ অধিবেশনৰ সময়ত আটক কৰা আৰু সেই সময়ত জেলত বন্দী লোকৰ সূচী আছে। কিমান বিদ্যাৰ্থী আছে, কিমান শিক্ষক আছে, কিমান কৃষক আছে, কিমান ডাক্তৰ, উকীল, পত্ৰকাৰ, প্ৰফেচাৰ, লিখক, ব্যৱসায়ী ইত্যাদি আছে, কিমান চাকৰিয়াল আছে---তেওঁলোকৰ ভিতৰত কোন কি ধৰণৰ চাকৰিত আছে, কিমান মহিলা বন্দী আছে আৰু কিমান মিছাত, কিমান ডি. আই. আৰ. বা অন্য আইনৰ অধিনত আছে, কোন ক'ত আছে, কোন জেলত কিমান জন বন্দী আছে বা কোন দল বা সংগঠনৰ কিমান লোক আছে ইত্যাদি নানা ৰকমৰ শিতানত বন্দীসকলৰ বিৱৰণ বিপ্লৱীসকলে ৰাখিছে। বিভিন্ন সময়ত ভিন্ন ভিন্ন শিতা-নত বা তথ্য অনুসৰি ২, ১২, ১৮, ৪০, ১১৪, ২৬২, ৩২৩, ৩৬৬, ৪৪৩, ৩৭৩ বা ৪৫৪ জনীয়া ইত্যাদি তালিকা এই ফাইলত পোৱা যাব।

অসম অৰ্থাৎ সম্পূৰ্ণ পূৰ্বোত্তৰ ক্ষেত্ৰত যদি এসময়ত, ২৬২ জন লোক আটক হৈ আছিল তেন্তে অন্য এসময়ত অসম, নগালেণ্ড, মিজো ৰাম, মেঘালয়, ত্ৰিপুৰা আৰু মণিপুৰৰ প্ৰদেশসমূহত সৰ্বমুঠ ৩৬৬ জন লোক জেলত আছিল। ত্ৰিপুৰা, মেঘা-লয়, মণিপুৰ, আৰু অসম ৰাজ্যসমূহত ১।৭।৭৬ তাৰিখে ৩৪১ জন আৰু ৫।২।৭৭

তাৰিখৰ এটা তালিকা মতে ৪০ জন লোক আৰু ১।৩।৭৭ তাৰিখৰ মণিপুৰ ৰাজ্যৰ তালিকা এখনত ১২ জন বন্দী লোকৰ নাম আছে। এটা সূচীমতে এসময়ত পূৰ্বোত্তৰ ভাৰতৰ বন্দীলোকৰ সংখ্যাৰ এই অৱস্থা আছিল—

| | মিছা | ডি, আই, আৰ | অন্যান্য |
|---|---|---|---|
| অসম | ১৬৭ | ৯০ | ২৯ |
| মেঘালয় | ১৩ | — | — |
| মণিপুৰ | ১৭ | ১০ | ৯৮ |
| ত্ৰিপুৰা | ৩০ | — | — |
| | ২২৭ + | ১০০ + | ১২৭ = ৪৫৪ |

ওপৰত উল্লেখ হোৱা ফাইল মতে পূৰ্বোত্তৰ ভাৰতবৰ্ষত আপাতকালৰ সময়ত সৰ্বমুঠ প্ৰায় ৫০০ জনকৈয়ো বেছি লোক ৰাজনৈতিক কাৰণত কাৰাবৰণ কৰে বা আটক কৰা হৈছিল।

—::০::—

(বি. দ্ৰ. ইং ৯।১২।৭৭ তাৰিখৰ 'দি টাইমচ অফ্ ইণ্ডিয়া' কাকতত প্ৰকাশিত খ্বাহ আয়োগৰ এটা বিবৰণত জনোৱা হৈছে যে সমগ্ৰ দেশত জৰুৰীকালীন অৱস্থাত ৩৬০৩৯ জন 'মিছা' বন্দী আছিল। ইয়াৰে ৫৭৩ জন মিছা বন্দী অসম প্ৰদেশৰ আছিল। অসমত আটক কৰা মিছা বন্দীৰ এই সংখ্যাত বোধ হয় অৰাজনৈতিক লোকও ধৰা হৈছে।)

# সন্ত্ৰাস

আপাতকালৰ লগে লগে আৰম্ভ হয় কঠোৰ পুলিচি ৰাজ---অত্যাচাৰ আৰু দমন !! সেই কালছোৱাত পূৰ্বোত্তৰ ভাৰতবৰ্ষৰ ৰাজনৈতিক লোকৰ ওপৰত চলোৱা অত্যাচাৰৰ কাহিনী তলত বৰ্ণনা কৰা হৈছে। এই বিবৰণ ভূমিগত বুলেটিন, বিপ্লবীসকলৰ পৰা প্ৰাপ্ত জাননী আৰু মানৱ অধিকাৰ আয়োগলৈ পঠোৱা আবেদনসমূহক ভিত্তি কৰি লিখা হৈছে।

## উত্তৰ লক্ষীমপুৰ

৭।৭।৭৫ ইং তাৰিখে শ্ৰীদেৱকান্ত বনিয়াক আটক কৰি ৯ জুলাইলৈকে পুলিচ হাজতত ৰখা হয়। এই সময়ছোৱাত তেওঁক আনকি পানীও খাবলৈ দিয়া নহয়।

## গুৱাহাটী

(১) ইং ২৭।৯।৭৫ তাৰিখে শ্ৰীমোতীলাল জালানক পুলিচে আটক কৰি খালীপাৰা মুখ্যালয়লৈ লৈ যায়। তেওঁক সাক্ষাৎ লওঁতা এডিচ'নেল এছ. পি. (বিশেষ শাখা) শ্ৰীদেৱব্ৰত চৌধুৰী আৰু শ্ৰীশৰৎ বৈৰাগী, ডি. এছ. পি ইত্যাদি পুলিচ--বিষয়ায়ে তেওঁক সৰ্বশ্ৰী শ্ৰীকান্ত যোশী, বিনায়ক কনেটকৰ আৰু হৰেকৃষ্ণ ডবালীৰ বিষয়ে প্ৰশ্ন কৰে। বুলেটিন প্ৰকাশনৰ বিষয়েও সোধে। কিন্তু যিহেতু শ্ৰীমোতীলাল জালানে একো জনা নাছিল কাৰণে পুলিচৰ প্ৰশ্নসমূহৰ উত্তৰ তেখেতে দিব নোৱাৰিলে। পুলিচৰ মনোমত উত্তৰ নোপোৱাত শ্ৰীজালানৰ ওপৰত মাৰ পিট আৰম্ভ কৰা হয়। ঘণ্টা ঘণ্টা ধৰি তেওঁৰ লগত জেৰাহ কৰা হয়। গধুলি, প্ৰায় সম্পূৰ্ণ ৰাতি আৰু পিছ দিনা ৰাতিপুৱা তেওঁৰ ওপৰত বিভিন্ন ধৰণৰ অত্যাচাৰ চলোৱা হয়। আদালতত হাজিৰ নকৰাকৈ তেওঁক জেললৈ পঠোৱা হয়। শ্ৰীমোতীলাল জালানৰ লগত (১) গালী-গালাজ কৰা হয়, (২) থগৰিয়ায় আৰু ঘোচা মাৰে, (৩) হাত আৰু ভৰিৰ গাঁঠিত লাঠিৰে আঘাত কৰা হয়, (৪) হাত দুখন ওপৰলৈ দাঙি কোঠাত থিয় কৈ ৰখা হয় (৫) কুকুৰা-স্থিতিত ( Cock Position ) ৰাখি, তেওঁৰ পিঠিত এখন চকী থোৱা হয় আৰু পাছত পুলিচ এজন সেই চকীত বহে। এই কষ্টকৰ অৱস্থাত তেখেতক বহু সময়লৈকে ৰখা হয়। (৬) আণ্ডাৰওয়েৰ বাদ দি শৰীৰৰ পৰা সকলো কাপোৰ সোলোকাই দিয়া হয়। (৭) নাকত এজনে এটা পাইপ সোমোৱায় আৰু (৮) হাতৰ আঙুলিৰ নখত পিনেৰে খুচে। এই অত্যাচাৰৰ ফলত শ্ৰীজালানে পোৱা যন্ত্ৰণাৰ কল্পনা জানো আমি কৰিব পাৰোঁ ?

(২) শ্ৰীমদন সিংঘল, শ্ৰীশৰৎ চন্দ্ৰ কলিতা আৰু শ্ৰীজগদীশ শৰ্মায়ে ইং ১৪।১১।৭৫ তাৰিখে জিলা উপায়ুক্তৰ আদালতত সত্যাগ্ৰহ কৰে। তেওঁলোকৰ ওপৰত পুলিছে কৰা অত্যাচাৰৰ কাহিনী প্ৰথমে বামুন্দী নিবাসী শ্ৰীশৰৎ চন্দ্ৰ কলিতাৰ পৰা শুনক------

"আমাক পুলিছে ধৰি আই. বি. অফিচত লৈ যায়। আৰু আমি গৈ অফিচ পোৱা মুহূৰ্ত্তেই এডিচ'নেল এছ. পি শ্ৰীদেৱব্ৰত চৌধুৰীয়ে কোনো প্ৰশ্ন নোসোধাকৈ উধে মুধে লাঠিৰে মাৰ-পিট আৰম্ভ কৰে। তেতিয়া তাত শ্ৰীবৈৰাগীও উপস্থিত আছিল। মোক আৰু শ্ৰীজগদীশ শৰ্মাক এডিচ'নেল এছ. পিৰ ৰুমত ৰাখি সিংঘলজীক আন এটা ৰুমলৈ লৈ যায়। আমাৰ ওপৰত (দুই জনৰ) প্ৰায় ২ ঘন্টা মান লাঠিৰ কোব চলি থাকে। মাৰৰ কোবত আমি যেতিয়া অচেতন হওঁ, তেতিয়া মাৰ-পিট বন্ধ কৰি আমাক এছ. পিৰ ৰুমলৈ লৈ যায়। সেই সময়ত মদনজী সিংঘলও আমাৰ লগত থাকে। এছ. পিয়ে কিছু কথা



সোধে আৰু লগে লগে বৈৰাগীয়ে মোৰ মুখত কেইটামান ঘোচা মাৰে আৰু গোফত ধৰি টনাৰ ফলত মোৰ মুখ মণ্ডল ফুলি যায়। তেতিয়া মোৰ লগত শ্ৰীজগদীশ শৰ্মাও আছে। ইয়াৰ পিছত আমাক আন এটা ৰুমলৈ লৈ যায়। গধূলি হোৱাত সেই ৰুমতে বহিবলৈ দিয়ে। ৫ জন মানে মোক সোধ পোচ কৰি থাকে আৰু জগদীশ শৰ্মাক আন ঠাইলৈ লৈ যায়। মোৰ জোৱান-বন্দী লিখা চলি থাকে প্ৰায় নিশা ১২ টা বজালৈকে। ৰাতি প্ৰায় ১২॥ মান বজাত শ্ৰীদেৱব্ৰত চৌধুৰী মদ খাই মাতাল অৱস্থাত আকৌ মোৰ ওচৰলৈ আহে আৰু অশ্লীল কথাৰে গালি-গালাজ আৰম্ভ কৰে। মই তেওঁ সোধা প্ৰশ্নৰ উত্তৰ নাজানো বুলি কোৱাত আকৌ মাৰ-পিট আৰম্ভ কৰে, লগতে গুলী কৰাৰ ভয়ো দেখুৱায়। তেনেকৈ প্ৰায় আধা ঘন্টা সময় মাৰ-পিট কৰে আৰু মোৰ শৰীৰ অৱশ হৈ যোৱাত মই মাটিত বাগৰি পৰো, তেতিয়াও চৌধুৰী আৰু বাকীবিলাকে বিভিন্ন ধৰণৰ প্ৰশ্ন মোক কৰি থাকে। তেনেকৈ ৰাতি পুৱায়। ৰাতিপুৱা শ্ৰীবৰুণ চৌধুৰী নামৰ আন



এজন বিষয়া আহে। মোৰ গাত থকা সকলোবোৰ কাপোৰ জোৰ কৰি খুলি লৈয়ে মাৰ-পিট আৰম্ভ কৰে। এওঁৰ ব্যৱহাৰ আৰু বেয়া! এনে শব্দ প্ৰয়োগ কৰে যে যি শব্দ সভ্য সমাজত উচ্চাৰণ কৰা সম্ভৱ নহয়। বৰুণ চৌধুৰীয়ে মোক মাৰ-পিট কৰি থকাত তেওঁৰ হাতৰ লাঠি ভাঙি-চিঙি টুকুৰা-টুকুৰ হয়। সেই সময়ত মোৰ সন্মুখত শ্ৰীধীৰেন কুমাৰ আগৰৱাল (আলোক, সিংঘল) উপস্থিত আছিল। অকল সেয়ে নহয় তেতিয়া তেওঁ টেবুলত থকা আল পিন লয় আৰু মোৰ আঙুলীত এবাৰ এবাৰকৈ তিনি বাৰ সেই আল-পিন সোমোৱাই খুচি দিয়ে আৰু মই যন্ত্ৰণাত উস্-আস্ কৰিলে আনন্দ



কৰে। শেষত মই আৰু যন্ত্ৰণাত থাকিব নোৱাৰি মাটিত বাগৰি পৰাত মোৰ চুলিত দুহাতেৰে ধৰি টানি উঠাই দিয়ে আৰু হাতেৰে মাৰ-পিট আৰম্ভ কৰে। এনেকৈ আবেলিলৈকে মাৰ-পিট চলি থাকে। দুদিন লোঘনে-ভোকে থকাত শৰীৰ অৱশ হৈ পৰে।

এনেকৈ দুদিন অবৰ্ণনীয় অত্যাচাৰ কৰি গধূলি লক্-আপত্ পঠায় দিয়ে আৰু পিছ দিনা আবেলি আকৌ লৈ যায় আৰু কিছু কথা সোধ পোছ কৰি পুনৰ লক্ আপলৈ লৈ যায়। তৃতীয় দিনালৈকে অনাহাৰে আমাক ৰাখে আৰু ১৭ তাৰিখে আবেলি মেজিষ্ট্ৰেটৰ ওচৰত হাজিৰ কৰে। তাৰ পৰা পুনৰ আই. বি অফিচত লৈ যায় আৰু পিছত গধূলি আমাক জেললৈ পঠায়।"

৫৭ বছৰীয়া শ্ৰীমদন সিংঘলকো কম অত্যাচাৰ কৰা নাই। ওপৰোক্ত বিৱৰণত উল্লেখ কৰা যন্ত্ৰণাৰ লগে লগে তেওঁক চাৰি ৰাতি শুৱলৈ দিয়া নহয়। এওঁক আটক

কৰাৰ পিছত তেওঁৰ ঘৰ 'ৰেড' কৰা হয় আৰু কেইটামান বস্তু জব্দ কৰি পুলিচে ঘৰৰ পৰা উভতি আহোঁতে শ্ৰীসংঘমজীৱ পুত্ৰ শ্ৰীধীৰেন্দ্ৰ কুমাৰক ধৰি আনে। ধীৰেন্দ্ৰৰ ওপৰতও অত্যাচাৰ চলোৱা হয়। ধীৰেন্দ্ৰক পুলিচে ২৪ ঘণ্টালৈকে ধৰি ৰাখে। তৎকালীন গৃহমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াৰ তাবুকিত ঘৰৰ মালিকে শ্ৰীনন্দ সিংঘমৰ পৰিয়ালক পিছত ঘৰ খালি কৰিবলৈ বাধ্যৰ কৰে।

.লগৰীয়া সত্যাগ্ৰহী দুজনৰ ওপৰত কৰা এনে ধৰণৰ মাৰ-পিট শ্ৰীজগদীশ শৰ্মাৰ লগতো কৰা হয়। ইং ১৭।১১।৭৫ তাৰিখে কামৰূপ জিলাৰ এচ্ পি শ্ৰীপ্ৰিয় গোস্বামীয়ে শ্ৰীশৰ্মাক সোধা কেইটামান প্ৰশ্নৰ তেওঁৰ মনপুত উত্তৰ নোপোৱাত তেওঁৰ হাতত থ হাত কেৰিয়াৰে শ্ৰীশৰ্মাৰ মুখ আৰু গাৰ অন্যান্য ভাগত আঘাত কৰে।

(৩) 'আলোক' সাপ্তাহিক কাকতৰ ইং ২।৫।৭৭ তাৰিখৰ সংখ্যাত প্ৰকাশিত, নিজৰ ওপৰত চলোৱা পুলিচৰ অত্যাচাৰৰ বিভীষিকা শ্ৰীবিপিন বিহাৰী কলিতায়ে এই পুথিৰ সজুলি স্বৰূপে পঠায়। ----এয়া শ্ৰীকলিতাৰ কলমত "অত্যাচাৰৰ স্বাক্ষত আৰু সত্য বৰ্ণনা"—

"-----ইংৰাজী ১৯৭৫।২৩ নৱেম্বৰত ২য় দলৰ সত্যাগ্ৰহ পৰ্ব্ব আৰম্ভ হৈছিল। তাত ভাগ লোৱাৰ সৌভাগ্য মোৰো ভাগ্যত মিলিছিল। নিচেই সৰু কালৰে পৰা আহৰণ কৰি অহা নিঃস্বাৰ্থ দেশপ্ৰেম আৰু ব্যক্তিগত স্বাৰ্থতকৈ সামূহিক স্বাৰ্থত গুৰুত্ব আৰোপ কৰা শিক্ষা সংঘ শাখাত পাইছিলোঁ। দেশৰ যি কোনো বিপদতে আগবাঢ়ি যাবলৈ মনে যি সাহস আহৰণ কৰিছিল সংঘ শাখাত তাৰ বিহাৰ্চল চলে। বাস্তৱতে এই আখৰাৰ অভিনয় কৰিবলৈ অকণ সুবিধা পায় মনে আনন্দত অধিৰ হৈ পৰিছিল। ভাৰতৰ শ্বহীদসকলৰ জীৱন বৃত্তান্ত তেনেই মনত আহিছিল।

পুলিচ অত্যাচাৰৰ কথা তেতিয়াও মনত অহা নাছিল। দীঘলীয়া কাৰাবৰণৰ ভয়েও মনত সঞ্চাৰ সৃষ্টি কৰা নাছিল. সেয়ে ঘৰৰ সকলোবোৰ আহকালকে দলিয়াই দি বিধবা মাক বিপদ সাগৰত উটাই দি আমি জপিয়াই পৰিছিলো সত্যাগ্ৰহত। মোৰ লগত আছিল আন দুজন বন্ধু দেশবাসীৰ ওপৰত জোৰপূৰ্ব্বক জাপি দিয়া জৰুৰী অৱস্থাৰ অৱসান ঘটাবলৈ, বিনা কাৰণত আটক কৰা হেজাৰ হেজাৰ লোকক মুক্তি দিয়াৰ খাতিৰত, প্ৰেছ মুক্ত কৰিবলৈ আৰু সংঘৰ দৰে পৱিত্ৰ অনুষ্ঠানবিলাকৰ ওপৰত মিথ্যা আৰোপ লগোৱা নিষেধাজ্ঞা প্ৰত্যাহাৰৰ দাবীত আমাৰ সত্যাগ্ৰহ চলিছিল। সেয়ে ৰবীন্দ্ৰ ভৱনত অনুষ্ঠিত Lawyer Conferenceত শ্লোগান দি লিফ্‌লেট বিলোৱা হৈছিল। আমাৰ অপৰাধ আছিল সেইটোৱে। পুলিচ চি-আই-ডিৰ চকুত ধূলি দি ৰবীন্দ্ৰ ভৱনত প্ৰৱেশ কৰি কংগ্ৰেছ চৰকাৰৰ মুখা খুলি দিবলৈ কৰা প্ৰয়াসক পুলিচ চি-আই-ডিয়ে বাধা দিব নোৱাৰিলে। লৈ যোৱা হল এছ-পি অফিচলৈ, সময় গধূলি ৫-৩০, দিনমণি অন্তৰ্দ্ধান হওঁ হওঁ, এছ-পি অফিচত আন্ধাৰে প্ৰৱেশ কৰাৰ লগে লগে আমাৰ শৰীৰৰ ওপৰতো চলিছিল পুলিচৰ তাণ্ডৱ অত্যাচাৰ। একেবাৰে আগত শ্ৰীহৰিচৰণ কলিতা, মাজত



মই আৰু শেষত শ্ৰীহৰেকৃষ্ণ তফাদাৰ। টল ফিগাৰৰ, মুখত পাইপ লৈ থকা—হাতত বেটৰ লাঠি লৈ সাজু হৈ থকা সেই জনেই আছিল এছ-পি অফিচৰ সৰ্ব্বে সৰ্ব্বা, মদৰ পৰম ভক্ত-অতিৰিক্ত পুলিচ অধিক্ষক দেবব্ৰত চৌধুৰী। দেখিলেই দস্যু যেন লগা দেবব্ৰত সঁচাকৈয়ে আছিল আমাক সিপুৰীলৈ প্ৰেৰণ কৰিবলৈ অহা যম-দূত। যেন এক সুদক্ষ অভিনেতা অভিনয় মঞ্চত অৱতীৰ্ণ। কথা নাই বতৰা নাই শ্ৰীহৰিচৰণ কলিতাৰ পিঠিত



সোধালে ধনঞ্জয় টাঙোন। দুই হাতেৰে গাৰ বলেৰে যিমান পাৰে সিমান উধাই মুধাই কোবাবলৈ ধৰিলে হৰিচৰণক। বেতৰ লাঠিৰ কোৰ সহ্য কৰিলেও বেটৰ লাঠিয়ে জানো সেই দস্যুৰ অত্যাচাৰ সহ্য কৰিব পাৰে? লাঠিৰ মুঠি ছিগি গ'ল। মুঠিৰ গজালে দেৱব্ৰতৰ হাতত ঘাইল কৰিলে। ইমানতে হৰিচৰণক অলপ জিৰণি দি মোৰ পিনে চোঁচা ললে। হাতত হেনকাপ। তাৰ মূৰ্তি দেখি মোৰ ভগৱান পলাল? হৰিচৰণ দাৰ ওপৰত কৰা অত্যাচাৰৰ দৃশ্যই মোক সচকিত কৰি তুলিছিল, অসমৰ সিংহ পুৰুষ মুখ্যমন্ত্ৰী সিংহতকৈও এখোপ চৰা। অসমৰ কৰ্ণধাৰ হিতেশ্বৰ শইকীয়াৰ অহিত আশীৰ্ব্বাদ আৰু প্ৰসাদ যমদূত দেৱব্ৰতে আমাৰ ওপৰত প্ৰদান কৰিছিল। একমাত্ৰ ভগবানৰ বাহিৰে ৰক্ষাকৰ্ত্তা আন কোনো নাই ভাবি তেওঁক বন্দী হাতেৰে আকুল প্ৰাণৰ প্ৰণতি জনাইছিলো। সেই যমদূতৰ পৰা ৰক্ষা পোৱা জানো ভগৱানৰ সাধ্য আছে। আৰ, এছ, এছৰ গুণ্ডাৰ বাবে ভগৱান নাই, একেবাহে পিঠিত, সোঁ হাতৰ ওপৰত আৰু ভৰিৰ ওপৰত বিনা দ্বিধাই গাৰ সমস্ত বল প্ৰয়োগ কৰি বেত্ৰাঘাট কৰি গ'ল। সোঁ বাহু মৰা

তেজেৰে ওখহি পৰিল। মাটিত বাগৰি পৰিলো, তথাপিও জানো ৰক্ষা আছে গুৰিয়াই জোতাৰে গছকা হ'ল। তাৰ পাছত চোঁচা ললে হৰেকৃষ্ণ তফাদাৰৰ ফালে। এনেদৰে পাল পাতি এজনৰ পাচত আনজনৰ ওপৰত চলিল অৱৰ্ণনীয় অত্যাচাৰ। হৰিচৰণ কলিতাৰ হাড় চিঙিল। fracture ঘাঁ। ১ ঘণ্টাৰ পাচত দেৱব্ৰতৰ কবলৰ পৰা মুক্ত হলো যদিও আন কিছুমানৰ ওপৰত সোধাই দিলে আমাক। আমাৰ জীৱনৰ যেন নিৰাপত্তা হেৰাই গ'ল। আন চি, আই, ডি, পৰিদৰ্শক সকলো দেৱব্ৰতৰ তুলনাত কোনো গুণে হীন নাছিল। নিৰ্লজ্জ ভাৱে অশ্লীলতাৰ আশ্ৰয় লৈ আমাক অসৎ ব্যৱহাৰ কৰি গৈছিল। নজনা কথাবো যেন জবাব দিবই লাগিব। সংঘৰ কাৰ্য্যকৰ্ত্তা সকল ক'ত আছে কবই লাগিব। নহলে আমাৰ জীৱন শেষ। নজনা কথা এটা জানো সজাই পৰাই ক'ব পাৰি। সেয়ে গাৰ কাপোৰ সোলোকোৱা হ'ল। ভালদৰে আমাক এশিকনি দিবলৈ উঠি পৰি লাগিল। তাৰ ভিতৰত আছিল--হালিম আলি, বৰুণ চৌধুৰী আৰু আন কিছুমান। হালিম আলিয়ে বিনা দ্বিধাই গা-গছকিবলৈ, গুৰিয়াবলৈ ধৰিলে, বৰুণ চৌধুৰীয়ে হাতেৰে আঙুলীত বেজী মাৰিবলৈ কুণ্ঠাবোধ নকৰিলে। ইমান অত্যাচাৰতো আমি ভীত হৈ নপৰিলো। অত্যাচাৰৰ চূড়ান্ত পথ অৱলম্বন কৰিবলৈ চিন্তিবলৈ ধৰিলে। আমাক উলঙ্গ কৰিবলৈ কাপোৰত ধৰিলে। বৰুৱা ঘৰত সোমাই যেন আমাক তিলতিকৈ শাস্তি বিহিবলৈ উঠি পৰি লাগিল। এখন ভৰিৰ ওপৰত থিয় কৰাই ৰাখি শৃংখলবদ্ধকৈ হাত দাঙিবলৈ দি পিটিবলৈ ধৰিলে চৰ-ভুকু ঘোচাৰটো হিচাবেই নাছিল। তাৰোপৰি সহ্য কৰিব পৰা নাছিলো যেতিয়া অশ্লীলতাৰ সীমাৰেখা পাৰ হৈ গৈছিল। অবৰ্ণনীয় ভাষাৰে আমাক ব্যতিব্যস্ত কৰিবলৈ গুপ্তাঙ্গত-------নাই আৰু বৰ্ণাবলৈ হাতৰ কলম আগ নাবাঢ়ে। সেই পিশাচ সকলে ভাবি আচৰিত হৈছিল যে সত্যাগ্ৰহীৰ চকুত তেতিয়াও চকু পানী অহা নাছিল। কাৰণ সোধাত আকৌ কৈ গৈছিলো স্বয়ং সেৱক সকলে ঐশ্বৰীক কামত মনোনিবেশ কৰি আছিহে। তেজ মঙহৰ শৰীৰে কষ্ট পালেও আমাৰ অন্তৰ আত্মাই জানো কষ্ট পাইছিল ? দেশ সেৱাৰ উদাত্ত ব্ৰতী আৰু ত্যাগৰ ওপৰত প্ৰতিষ্ঠিত আমাৰ আদৰ্শক জানো ইন্দিৰা চৰকাৰৰ উচ্চ পদস্থ পুলিচ, চি, আই, ডিৰ নিঃশ্বাসত নিঃশেষ হৈ যাব, ই কেতিয়াও হব নোৱাৰে। সত্যৰ সদায় জয়। দাবী ধমকনি আৰু লাঠিৰ সহায়ত দেশ কেতিয়াও বৰ্ত্তি থাকিব নোৱাৰে তাৰ প্ৰমাণ সদ্য সমাপিত নিৰ্ব্বাচনৰ কংগ্ৰেছৰ চৰম পৰাজয়।

ইমানেই নহয় চাৰিদিন আমাক বে-আইনী ভাবে এছ, পি, অফিচত আৰু সদৰ থানাত আবদ্ধ কৰা হ'ল। দুদিন পৰ্য্যন্ত ভাত-চাহ নিদিয়াকৈ তিল তিলকৈ শাস্তি বিহা হ'ল। পুহ মহীয়া হাড় কপোৱা ঠাণ্ডাত বিনা কাপোৰেৰে মাটিত শুবলৈ দিয়া হ'ল। ৰাতি ১২ বজালৈ অবৰ্ণনীয় অত্যাচাৰ দিনৰ ভাগত জাউৰীয়ে জাউৰীয়ে interogationৰ ৪ দিনৰ পাছত কুখ্যাত "মিছা" অধীনত আটক কৰি Magistrateৰ ওচৰত হাজিৰ নকৰাকৈ জেলত প্ৰেৰণ কৰি ১৫ মাহ আবদ্ধ কৰা হ'ল। অকল জানো মোৰ ওপৰতে শাস্তি প্ৰদান কৰি ক্ষান্ত থাকিল। মোৰ সৰু ভাইজন জেলত মোৰ interview কৰাৰ পাছত তেওঁ চি, আই, ডিৰ কবলত পৰিল,



তেওঁৰ অপৰাধ তেওঁ এজন "মিছা" বন্দীৰ ভাই। গতিকে তেওঁ সংঘ কাৰ্য্য কৰ্ত্তাৰ সন্ধান দিবই লাগিব। সেয়ে এছ, পি অফিচলৈ নি নানা প্ৰশ্নৰ অৱতাৰণা কৰি তেওঁৰ ওপৰতো চলালে বৰ্ণনাতীত অত্যাচাৰ। চাৰি দিন অবৈধ ভাবে পুলিচ থানাত আবদ্ধ ৰাখি পিঠিৰ হাৰ বেকা কৰি দিলে। চুলি টানি ডাল দাল কৰিলে---জেলত প্ৰেৰণ কৰাৰ ভাবুকি দিলে আৰু ভাত পানী নিদিয়াকৈ নানা শাস্তি প্ৰদান কৰিলে।

এইবোৰ হ'ল প্ৰগতি বাদী ইন্দিৰা বাইদেউৰ "দেশ প্ৰগতিৰ পথত" নমুনা। হে ভাৰতীয় ভাই বন্ধু আপোনালোকে সুস্থিৰ মগজুৰে অকণ বিবেচনা কৰক। আমি যেন ভবিষ্যতে এনেবোৰ অন্যায় অত্যাচাৰ আৰু একনায়কত্ববাদক ভাৰতত মুৰ দাঙিবলৈ সুবিধা নিদিম। জয়তু ভাৰতী আই।"

শ্ৰীহৰিচৰণ কলিতাৰ ভঙা হাতখন জেল ডাক্তৰে ইংৰাজী ২৭।১১।৭৫ তাৰিখে নিৰীক্ষণ কৰে। কিন্তু তেওঁৰ হাতখন যে 'ভাঙি গৈছে' এই কথা ডাক্তৰে তেওঁক নজনায়। ৬।১২।৭৫ তাৰিখে গুৱাহাটী মেডিকেল কলেজত তেওঁৰ হাত একচৰে কৰা হয় আৰু পিছত হাতৰ প্লাষ্টাৰ কৰা হয়।

(৪) ইং ২৯।১১।৭৫ তাৰিখে ডাঃ পৰশুৰাম শৰ্মাক আটক কৰা হয়। তেওঁৰ লগতো খালীপাৰা মুখ্যালয়ত মাৰ-পিট কৰা হয়। তেখেতক ৰাতি শুবলৈ দিয়া নহয় আৰু হাজতত থকা সময়ত ভাত-পানী ইত্যাদি একো খাবলৈ দিয়া নহয়। তেওঁৰ জীৱিকাৰ স্থল স্বৰূপে ফাৰমেচীখন নগৰ সুন্দৰীকৰণ অভিযান (অৰ্থাৎ ধ্বংসীকৰণ অভিযান)ৰ অন্তৰ্ভুক্ত কৰি স্বইচ্ছাৰে বুলডোজাৰৰ দ্বাৰা খুন্দিয়া হয় আৰু তাত থকা বেছি ভাগ দৰৱ বুলডোজাৰে খায় !!

(৫) ১৯৭৫ চনৰ শীতকালৰ অন্য এটা ঘটনা । ২।১২।৭৫ তাৰিখে শ্ৰীনৱকান্ত বৰুৱাক আটক কৰি ৪ তাৰিখলৈকে কামৰূপৰ পুলিচ অধিক্ষকৰ কাৰ্য্যালয়ত 'ইন্ট'ৰ' গেচন'ৰ কাৰণে ৰখা হয়। ওপৰত উল্লেখ কৰি অহা পুলিচ বিষয়াৰ অত্যাচাৰ, মাৰকিলৰ পৰা তেওঁও ৰক্ষা পোৱা নাছিল। দুই তাৰিখে ৰাতি তেওঁৰ শৰীৰৰ পৰা আণ্ডাৰওৱেৰ বাদ দি সকলো কাপোৰ সোলোকোৱা হয়। ইমানে নহয় তেওঁৰ ওপৰত সেই ৰাতি ঠাণ্ডা পানী ঢালা হয়। যিমান সময় তেওঁক তাত ৰখা হয়, সেই সময় ছোৱাৰ ভিতৰত তেওঁক একো খাবলৈ দিয়া হোৱা নাছিল।

(৬) শ্ৰীমহেশ মেধী আৰু বহুতেই ২২।১২।৭৫ তাৰিখে সত্যাগ্ৰহ কৰে। তেওঁক পাঁচ দিনলৈকে সোধ-পোছ কৰা হয় । মাৰ-পিট আৰু গালি-গালাজ নকৰাকৈ পুলিচৰ 'ইন্টাৰ'গেচন' হয় জানো ? এই দলৰ লগত 'প্ৰশ্নোত্তৰ' কৰোঁতা পুলিচ বিষয়া আছিল শ্ৰীদাস, শ্ৰীনাথ আৰু শ্ৰীপাল মজুমদাৰ।

(৭) ভাৰতীয় জনসংঘৰ কামৰূপ জিলা শাখাৰ সচিব শ্ৰীহৰেকৃষ্ণ ভৰালী ডিচেম্বৰ (১৯৭৫ চন) মাহত ধৰা পৰে। পুলিচ হাজতত তেওঁক ছয় দিন ৰখা হয়। সেই কাল

ছোৱাত শ্ৰীভৰালীক যি অমানবীয় ব্যৱহাৰ কৰা হয়—সেই কল্পনা ওপৰত উল্লেখ কৰা বিবিধ যন্ত্ৰণাসমূহৰ পৰা কৰিব পাৰি। ইয়াত ইমানে মাত্ৰ উল্লেখ কৰা যথেষ্ট হ'ব যে তেওঁ এই বিষয়ে সংশ্লিষ্ট পুলিচ বিষয়াৰ বিৰুদ্ধে আদালতত মোকৰ্দ্দমা দাখিল কৰে।

শ্ৰীহৰিচৰণ কলিতা আৰু শ্ৰীনৰকান্ত বৰুৱায়েও পুলিচৰ নিৰ্ম্মম ব্যৱহাৰৰ প্ৰতিবাদ কৰি আদালত সুবিচাৰৰ কাৰণে গোচৰ তৰে।

## নগাওঁ

ইং ২৮।১১।৭৫ তাৰিখে সত্যাগ্ৰহী শ্ৰীকন্দৰ্প বৰুৱা আৰু শ্ৰীমদন শৰ্মাৰ পাছত ইং ৮।১।৭৬ তাৰিখে শ্ৰীসুবোধ চন্দ্ৰ ৰয়ৰ লগত তিনিজনমান সত্যাগ্ৰহীৰ সহযোগত সত্যাগ্ৰহ কৰা হয়। পুলিচে তেওঁলোকৰ পৰা বেলেগ বেলেগকৈ 'পুলিচী ব্যৱহাৰ'সহ সোধ পোছ কৰে। মাৰ-কিলৰ উদাহৰণ স্বৰূপে শ্ৰীৰয়ৰ লগত হোৱা মাৰ-পিটৰ কথা ইয়াত উল্লেখ কৰিব পাৰি। পুলিচ বিষয়া শ্ৰীসুৰেশ বৰুৱাই এই ক্ষেত্ৰত আগ ভাল লয়। তেওঁৰ দেহৰ গাঁঠীসমূহত লাঠীৰে আঘাত কৰা হয়। ৰাতি তেওঁলোকক একো খাবলৈ দিয়া নহয়; বৰং মাৰ-পিটৰ পিছ দিনা তেওঁক খোজ কৰাই এমাইল দূৰত অৱস্থিত জেললৈ লৈ যোৱা হয়।

## যোৰহাট

(১) সত্যাগ্ৰহ কৰাৰ কাৰণে সৰ্ব্বশ্ৰীপৰমেশ্বৰলাল শৰ্মা, হেম চন্দ্ৰ শইকীয়া, মেঘৰাজ জৈন, দেবেন্দ্ৰ কুণ্ডলিয়া আৰু আনন্দী লাল বজাজ, গোবৰ্দ্ধন প্ৰসাদ অটলক ইং ১৯।১১।৭৫ তাৰিখে দিনৰ প্ৰায় ১২ টা বজাত গ্ৰেপ্তাৰ কৰি থানালৈ নিয়া হয়। তেতিয়াৰ পৰা আৰম্ভ কৰি ৰাতি ১২।১ বজালৈকে তেওঁলোকক পুলিচে সোধ-পোছ কৰে। গালি-গালাজ পুলিচৰ কাৰণে যেন অপৰিহাৰ্য্য, সকলো ঠাইতে প্ৰয়োগ কৰিব পৰা আমাৰ নিচিনা বন্দীৰ পথ্য! এই সকলো কেইজনৰ কামিজ আৰু গেঞ্জী খুলোৱা হয়। শ্ৰীগোবৰ্দ্ধন প্ৰসাদ অটল, শ্ৰীহেমচন্দ্ৰ শইকীয়া আৰু শ্ৰীপৰমেশ্বৰলাল শৰ্মাক দুই-এটা ঘোঁচা আৰু থাপৰো মৰা হয়। ৰাতি থানাত অনাহাৰে প্ৰায় ১০ বৰ্গফুটৰ গৰালত এই বন্দী কেইজনক ৰখা হয়। মহ-দাহৰ বাহিৰেও এই নাৰকীয় ঠাইডোখৰৰ মজিয়াৰ একাষে আছিল মানুহৰ বিষ্ঠা আৰু প্ৰস্ৰাৱ!! সেই দিনাৰ দুৰ্ভগীয়া ভুক্তভোগী কেইজনৰ কাৰণে এই দৃশ্য আজীৱন স্মৰণীয় হৈ থাকিব।

(২) নগৰ সংঘচালক আৰু স্থানীয় জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক শ্ৰীভৱকৃষ্ণ মিশ্ৰক সেইদিনা ধৰি থানাত ৰখা হয়। তেখেতেও পুলিচৰ অশিষ্ট আৰু অসভ্য ব্যৱহাৰৰ সন্মুখীন হ'ব লগীয়া হয়।



## ডিব্ৰুগড়

(১) ২১।১১।৭৫ তাৰিখে সৰ্ব্বশ্ৰীমঞ্জু ভূষণ দে, যোগেশ্বৰ শৰ্মা, সুভাষ কৰ আৰু লক্ষ্মণ প্ৰসাদে সত্যাগ্ৰহ কৰাৰ দিনাই বিমল খেমকা আৰু জ্যোতি গগৈক পুলিচে আটক কৰে। পুলিচে সকলোকে খুব অমানবীয় ভাৱে মাৰ-পিট কৰে।

(২) শ্ৰীবনৱাৰী লাল শৰ্মা, শ্ৰীৰবীন্দ্ৰ ৰয় ভৌমিক আৰু শ্ৰীহৰিচৰণ জিন্দলে তিনিচুকীয়াৰ পৰা আহি ইয়াত ৫।১২।৭৫ তাৰিখে সত্যাগ্ৰহ কৰে। এছ. পি. শ্ৰীআৰ দাসৰ সৈতে কেইজনমান আন পুলিচ বিষয়াই তেওঁলোকক সোধ পোছ কৰে। এই ক্ষেত্ৰত গালি-গালাজৰ উপৰিও মাৰ-পিটৰ পৰ্ব্বও চলে। আণ্ডাৰওয়েৰৰ বাহিৰে আন সকলো কাপোৰ খুলা হয় আৰু বেট, ঘোঁচা আৰু ভৰিৰে তেওঁলোকক প্ৰহাৰ কৰা হয়। হাজতত ৰখা কাল ছোৱাত এওঁলোকক আনকি পানী এটোপাও দিয়া নহয়।

## তিনিচুকীয়া

(১) তিনিচুকীয়াৰ শ্ৰীসুধীৰ সেনগুপ্তাৰ (৬২ বছৰ বয়সীয়া) ঘৰত ৫।১২।৭৫ তাৰিখে খানা তালাচ কৰা হয় আৰু টাইপ মেচিন ইত্যাদি বয়-বস্তু জব্দ কৰা হয়। শ্ৰীসেনগুপ্তাক তেতিয়াৰ পৰা ৮।১।৭৬ তাৰিখলৈকে আটক কৰি ৰখা হয়। উল্লেখযোগ্য যে শ্ৰীসেনগুপ্তা ৰাজনীতিৰ লগত বা কোনো অবৈধ ঘোষিত সংগঠনৰ লগত একেবাৰে জড়িত নাছিল।

(২) শ্ৰীকানুভূষণ সুৰক পুলিচে ধৰিব নোৱাৰি তেওঁৰ দোকান আৰু থকা ঘৰ তালাচ কৰিবলৈ কেইবাৰমান যায়। তেওঁৰ দোকানত থকা শ্ৰীজয়ৰাম আৰু শ্ৰীবিদ্যানন্দ প্ৰসাদৰ লগত পুলিচে কেৱল দুব্যৱহাৰেই নকৰে—মাৰধৰও কৰে। যাৰ ফলত তেওঁলোকে দোকান এৰি আত্ম ৰক্ষাৰ বাবে পলাবলগীয়া হয়। পুলিচে শ্ৰীসুৰৰ বৃদ্ধা মাতৃৰ লগতো দুৰ্ব্যৱহাৰ কৰে।

## ধুবুৰী

শ্ৰীঅনিল কুমাৰ বৈদ্যৰ বিষয়ে সোধ-পোছ কৰিবৰ কাৰণে পুলিচে শ্ৰীবৈদ্যৰ ভগ্নীয়েকক ধৰি থানালৈ আনে। থানাত চাৰি দিনলৈকে তেওঁক ৰখা হয়। শ্ৰীবৈদ্যৰ বিষয়ে কথা উলিয়াবৰ কাৰণে পুলিচে তেওঁক মাৰ-পিটও কৰে।

## বিলাচিপাৰা

ইং ২৭।১১।৭৫ তাৰিখে শ্ৰীৰাজনাৰায়ণ পাণ্ডেক ধৰা হয়। তেওঁক গালি-গালাজৰ উপৰিও খুউব মাৰ-পিট কৰা হয়।

ছিলচৰ

১০।১।৭৬ তাৰিখে শ্ৰীদুধনাথ ৰবিদাসক পুলিচে আটক কৰে। কাচাৰৰ এছ. পিৰ কাৰ্য্যালয়ত তেওঁক ৰাতি নি সোধ-পোছ কৰা হয়। শ্ৰীচৌধুৰী, শতীশ পাল আৰু শ্ৰীবিমল শৰ্মা ইত্যাদি পুলিচ বিষয়ায়ে তেওঁৰ লগত গালি গালাজ কৰে। ঘোচা, লাঠি আৰু লোহাৰ ৰডেৰে তেওঁক বৰ বেয়াকৈ আঘাত কৰা হয়।

মণিপুৰ

ইং ২৯।১১।৭৫ তাৰিখে সত্যাগ্ৰহী দলৰ লগত হোৱা ব্যৱহাৰ ইয়াত উল্লেখ কৰিব পাৰি। ছাত্ৰ-নেত শ্ৰীনীলমণি শৰ্মাৰ লগত মাৰ-পিট কৰা হয়। শ্ৰীপাহাৰী সিঙৰ লগত ছজনীয়া সংঘৰ স্বয়ং সেৱক দল এটাক তিনি দিনলৈকে লঘোনে ৰখা হয়। পুলিচে ইয়াতো অসভ্য ব্যৱহাৰ, যন্ত্ৰণা, গালি-গালাজ সকলো আটক হোৱা লোকৰ লগত কৰে।

---

# সত্যবাৰ্ত্তা

এই অধ্যায়ত পূর্বোত্তৰৰ ভাৰতত প্ৰকাশিত ভূমিগত সাহিত্যৰ অংশ বা উদ্ধৃতি দিয়া হৈছে, যাতে পাঠকসকলৰ সেই সময়ত প্ৰকাশিত সাহিত্যৰ লগত পৰিচয় হয়। সিমানে নহয়, এই সাহিত্য বুলেটিনসমূহ বা বুলেটিনসমূহৰ অংশত প্ৰকাশিত কেইটামান কথা আজিও হয়তো কিছুমানে নাজানিব পাৰে। ইমাৰজেঞ্চী, ইমাৰজেঞ্চীৰ সুযুগত চৰকাৰে আৰু কংগ্ৰেছে ক্ষমতাৰ অপব্যৱহাৰ আৰু বিশিষ্টজনৰ স্বাৰ্থপূৰণৰ কাৰণে কৰা কাৰ্য্যৰ উদ্‌ঘাটন এই বুলেটিনসমূহ নিশ্চয় কৰিব। আপাতকালৰ বহুতো কথা এতিয়ালৈকে ৰাইজৰ সন্মুখত আহিবলৈ বাকী আছে। তাৰে কেইটামান কথা ইয়াত আপুনি নিশ্চয় পাব। ইয়াৰোপৰি, সেই সময়ৰ সাহিত্য ঐতিহাসিক মহত্বৰ হোৱাত আমাৰ অধ্যয়নৰ কাৰণে অতি আৱশ্যকীয়।

(১)

পুস্তকৰ প্ৰথম অধ্যায়ত কোৱা হৈছে যে ভাৰতৰ অন্যান্য ঠাইৰ পৰা পঠোৱা বিভিন্ন ধৰণৰ সাহিত্যও ইয়াত বিতৰণ কৰা হৈছিল। প্ৰথমে আমি ইয়াত অসমৰ বাহিৰত প্ৰকাশিত কেইটামান বুলেটিনৰ দুই-চাৰিটা বাতৰি অনুবাদ কৰি প্ৰকাশিত কৰিছো। এই বুলেটিনসমূহ হিন্দীত প্ৰকাশিত হৈছিল—

## এড্‌মিৰাল কোহ্‌লীয়ে ছমাহ আগে যাব লগা হ'ল কিয়?

প্ৰতিৰক্ষা মন্ত্ৰী হোৱাৰ পিছত শ্ৰীবংশীলালে নৌ সেনাৰ বিভিন্ন বন্দৰসমূহৰ নিৰিক্ষণত যায়। 'বিক্ৰান্ত' জাহাজৰ পৰিদৰ্শনৰ সময়ত তেওঁ শ্ৰীসঞ্জয় গান্ধীকো লগত লৈ যোৱাৰ ইচ্ছা ব্যক্ত কৰে। কিন্তু এড্‌মিৰাল কোহলিয়ে তেখেতক কয় যে এই পৰিদৰ্শন মাত্ৰ প্ৰতিৰক্ষা মন্ত্ৰীয়েহে কৰিব পাৰে। শ্ৰীগান্ধীৰ কোনো প্ৰকাৰে ইয়াত অধিকৰ নাই। তেখেতক নিয়াতো চৰকাৰী নিয়মৰ ব্যতিক্ৰম হব বুলি তেওঁ প্ৰতিৰক্ষা মন্ত্ৰীক কয়। প্ৰতিৰক্ষা মন্ত্ৰীক চৰকাৰী নিয়মৰ কথা কোৱাত, পিছত এড্‌মিৰাল কোহলীয়ে বাধ্য হৈ ছমাহ আগে অৱসৰ গ্ৰহণ কৰিব লগা হয়।

('সংগ্ৰাম', সংখ্যা-২২ দিনাঙ্ক ১৯।৪।৭৬)

---

## চৱনৰ পিচত চোৰাং চোৱা

শ্ৰীমতী গান্ধীৰ নিজৰ জ্যেষ্ঠ মন্ত্ৰীসকলৰ ওপৰত কিমান বিশ্বাস আছে তাৰ এটা উদাহৰণ বৈদেশিক মন্ত্ৰী শ্ৰীচৱনৰ যোৱা মাহত মহাৰাষ্ট্ৰ ভ্ৰমণৰ সময়ত পোৱা যায়।

সেই সময়ত তেওঁৰ ওপৰত চকু ৰখাৰ কাৰণে চোৰাংচোৱা বিভাগৰ বিশিষ্ট লোকৰ এটা দল শ্ৰীচৰনৰ লগত পঠোৱা হয়। যি যি ঘৰত শ্ৰীচৰন যায় আৰু কথা বতৰা কৰে সেই সকলো ঘৰৰ গিৰিহতৰ পৰা লিখিত ভাৱে শ্ৰীচৰনৰ লগত হোৱা কথা বতৰাৰ বিৱৰণ লোৱা হয়।

('জনতা সমাচাৰ' বৰ্ষ-২, সংখ্যা ১২, দিনাঙ্ক ৯।১।৭৬)

---

## চৰণ সিঙলৈ মুখ্য মন্ত্ৰীপদৰ প্ৰস্তাৱ

বিৰোধী দলসমূহৰ একত্ৰীকৰণৰ কাৰণে আৰম্ভ হোৱা আলোচনা ইন্দিৰা গান্ধীক খুউব চিন্তাত পেলাইছে। জানিব পৰা গৈছে যে অলপতে শ্ৰীচৰণ সিঙক উত্তৰ প্ৰদেশৰ মুখ্য মন্ত্ৰী পদ দিয়াৰ আলোচনা চলোৱা হয়। কিন্তু প্ৰাপ্ত বাতৰি মতে জনা গৈছে যে শ্ৰীচৰণ সিঙে ইন্দিৰা গান্ধীৰ এই প্ৰস্তাৱ অগ্ৰাহ্য কৰে।

('জনতা সমাচাৰ', সংখ্যা ৭০, দিনাঙ্ক ২১।৬।৭৬)

---

## শ্ৰীটি, এন কোল আমেৰিকাৰ পৰা কিয় ঘূৰিলে ?

আমেৰিকাত শ্ৰীটি এন কোলৰ ঠাইত ভাৰতীয় ৰাজদূত পদত শ্ৰীকেৱল সিঙৰ নিযুক্তিৰ কথা সকলোৱে জানে। 'ইণ্ডিয়ান কাউন্সিল ফৰ কালচাৰেল বিলেচনচ্' নামৰ সন্থাৰ অধ্যক্ষ হিচাবে শ্ৰীকোলৰ নিযুক্তি হৈছে। শ্ৰীকোলৰ লগত হোৱা এই অন্যায়ৰ কাৰণ আছিল শ্ৰীৰাম জেঠ মল্লানীৰ মাকিণ যুক্তৰাষ্ট্ৰত ৰাজনৈতিক আশ্ৰয় আৰু শ্ৰীসুব্ৰমাণিয়াম স্বামীৰ আমেৰিকা ভ্ৰমণ। এই দুয়োটা কথা সম্ভৱপৰ নহয়, এই ধৰণৰ চেণ্টাৰ নিৰ্দ্দেশ ভাৰত চৰকাৰৰ শ্ৰীকোলক আছিল। কিন্তু যিহেতু শ্ৰীকোল ভাৰত চৰকাৰৰ উক্ত উদ্দেশ্য পূৰণ কৰাত ব্যৰ্থ হয় সেয়েহে তেওঁ আমেৰিকাৰ পৰা ঘূৰিব লগীয়া হৈছে।

('বাৰ্ত্তাপত্ৰ', ২ অক্তোবৰ '৭৬, বোম্বে)

---



(২)

শ্ৰীমতী ইন্দিৰা গান্ধীৰ প্ৰাক্তণ পি, এ, শ্ৰীজনক ৰাজ জয়ে প্ৰধান মন্ত্ৰীলৈ লিখা মুকলি চিঠি, শ্ৰীজৱাহৰলাল নেহেৰুৰ প্ৰাইভেট ছেক্ৰেটাৰী শ্ৰীএম, ও মথাইয়ে মিছ্ পদ্মজা নাইডুলৈ লিখা চিঠি আৰু নিজৰ ৰাজ্য সভাৰ পৰা বহিষ্কাৰৰ বিষয়লৈ ডাঃ সুব্ৰমনিয়াম স্বামীয়ে চৰকাৰৰ লগত কৰা যোগাযোগ তলত দিয়া হৈছে।

শ্ৰীজনক ৰাজ জয়ে নিজৰ পত্ৰত ইন্দিৰা গান্ধীৰ জৰুৰীকালীন অৱস্থাৰ ঘোষণাৰ কাৰ্য্যক গৰিহণা কৰি শ্ৰীমতী গান্ধীয়ে ক্ষমতাৰ অপপ্ৰয়োগ কৰা কেইটামান কথাৰ উল্লেখ কৰিছে। শ্ৰীমতী এমী কৃষ্ণা, মিছ উষা ভগত আৰু গোপাল গুপ্তা ইত্যাদিৰ ক্ষেত্ৰত শ্ৰীমতী গান্ধীয়ে কেনেকৈ নিজৰ প্ৰভাৱৰ অপপ্ৰয়োগ কৰিলে সেই কথা শ্ৰীজনক ৰাজে আঙুলিয়াই দিছে। তেওঁৰ এই পত্ৰৰ পৰা এইটোও উদঘাটিত হৈছে যে ডাঃ কে. এল শ্ৰীমালীয়ে কিয় শিক্ষা মন্ত্ৰালয়ৰ পৰা যাব লগীয়া হ'ল। শেষত তেওঁ ঈশ্বৰৰ নামত ইন্দিৰা গান্ধীক পদত্যাগৰ অনুৰোধ কৰে।

যোৱা কালছোৱাত শ্ৰীমতী গান্ধীয়ে দেশৰ প্ৰতি নেহেৰু পৰিয়াল, বিশেষকৈ নিজৰ ত্যাগ আৰু বলিদানৰ কথা কেইবাবাৰো উল্লেখ কৰিছে। শ্ৰীমথাইৰ এই চিঠিয়ে নিজে সেই বিষয়ে ক'ব।

ডাঃ স্বামীয়ে ইমাৰজেঞ্চী কালত বিদেশত কৰা কাৰ্য্য সকলোৱে ভালকৈ জানে। সংসদী গণতন্ত্ৰৰ ইতিহাসত ভাৰতৰ ৰাজ্য সভায়ে কৰা ডাঃ সুব্ৰমণিয়াম স্বামীৰ বহিষ্কাৰ অন্যতম----যিহেতু চৰকাৰৰ সমালোচনা কৰা কাৰণে হৈছিল সেই বহিষ্কাৰ ! শ্ৰীওম মেহতা আৰু ৰাজ্য সভাৰ সভাপতিলৈ লিখা এই চিঠিসমূহত ডাঃ স্বামীয়ে নিজৰ ওপৰত তুলা অভিযোগৰ উত্তৰ চমুকৈ দিছে। তেওঁ নিজেই ৰাজ্য সভাত গৈ এই বিষয়ে নিজৰ বক্তব্য দিয়াৰ ইচ্ছাও ব্যক্ত কৰিছিল। কিন্তু সভাপতিয়ে ৰাজ্য সভাত তেওঁৰ আগমনৰ সময়ত তেওঁৰ সুৰক্ষাৰ দায়িত্বভাৰ নলৈ শ্ৰীস্বামীক নিজৰ বক্তব্য দিয়াৰ পৰা বিৰত ৰাখে। তেওঁৰ কথা নুসুনাকৈ তেওঁক ৰাজ্য সভাৰ পৰা বহিস্কৃত কৰা হয়। এই বিষয়ে তেওঁ চৰকাৰৰ লগত কৰা যোগাযোগ ইমাৰজেঞ্চীত ৰাইজৰ মাজত বিলোৱা হয় আৰু ৰাইজক জনোৱা হয় যে তেওঁৰ লগত কেনেকুৱা অন্যায় কৰা হ'ল। সেই সম্পূৰ্ণ যোগাযোগ ইয়াত প্ৰথম বাৰৰ কাৰণে প্ৰকাশ কৰা হৈছে।

## AN OPEN LETTER IN THE NAME OF THE PRIME MINISTER OF INDIA

—Janak Raj Jai (Formely Personal asstt. to Mrs. Indira Gandhi)

Respected Inderaji,

25th of June 1975 will go down in our post-independence history as the blackest day, when you, to perpetuate yourself as the Prime Minister of this country made a hash of Articles 352 and 359 of the Constitution and gave meaning to the apprehension of doom that a Member of the Constituent Assembly (Shri H. V. Kamath) prophesized about a future tyrant blooming put of those Articles. He foresaw the possible end of democracy in these Articles in the form of Hitlar-like take over. You have proved his fears were not undue. Kamath's only omission was that he did not mention your name. Possibly he could not have divined that a person like you could take birth in the Nehru Family. If not already read, I strongly commend you to read the constituent Assembly debates and ponder what hideous sin you have committed against the letter and spirit of the Constitution.

Large scale arrests of leaders of the vocal opposition parties including equally large scale arrests of your own party-men who do not see eye to eye with you is a real death blow to democracy in India. The only consolation that I can draw from my present surroundings is that you have given to my contrymen a fore-taste of what it means to live in a form of Government with a closed coterie of morally and socially sick leaders. Problably you have taken upon yourself the fulfilment of the task which Stalin left unfulfilled in Russia. I wonder where are you leading the country to ?

The people of our country had got used to a democratic form of life but are now suddenly plunged into gloom of censorship, midnight arrests, brutal political persecutions, in-



carcepations in dungeons without even the elementary right to know the hows and whys of their fate. From a closed society are we now to descent into a society where the elementary norms of civilised behaviour are blacked out ?

You have denied to every citizen the right to appeal to Courts. the right to plead their innocence, the right to challenge their persecutors, every right by which a civilized person is distinguished from a barbarous society.

Even petty newspaper hawkers have not been spared. Poor people are deprived of the livelihood and crushed with police Jackboots without any mercy. Such scenes on the streets make me think you would have been spared your old Guru, Shri Rabindra Nath Tagore for his glorious and memorable words. "Where the mind is without fear and the head is held high ; Where knowledge is free Where the clear stream of reason has not been lost in the desert sand of dead habit ; In that heaven of freedom, my Father, let my country awake."

If he only had been alive, you would not have shinked from wringing his neck and to consign him to some electric crematorium as in unclaimed body. You are doing no less to Loknayak Jayaprakash Narayan. Do you think history will pardon you, even if by some mischance your guilt is not adjudged by the present generation ?

In your present political paster, every idea, every thought that does not fit in the stream of your scheme of things sounds blasphemy to, not your, but also your coterie of henchmen and stooges. Such was the state in medieval Europe, ridden withacharaft and you have now turned the calender back to thrust down the throat of this developing country the stench of inqistitions and withhunt. The only difference being that your modern version of medieval savagery is dressed up new garbs. The contents are the same only package is different.

It was only recently that you 'invited' a mad to order audience of children who were fed with synthetic questions.

One of them was prompted to ask you a question on Joan-de-Arc. I was watching the Television. It hardly did credit to that great Maiden of France when you compared her travails with yours. Did not even your smothered conscience warn you that you were committing rape of a great memory of the great Maiden died for the liberty whereas your travails are how to extinguish that very flame for the like of which the young French lady fought with her life. She wanted France to be free and your present endeavours are to trample to dust the spirit of freedom. And you call this an adventure. What a name to link.

It is true that you never had much academic Education, but it is equally true you need not have any at all to realize that as an elder you owe a duty to the younger generation not to corrupt innocent and impressionable minds with muck and shit of falsehood.

For most of the people, their difficulty is that they donot have sufficient first hand information and knowledge about you to understand and appreciate your conduct and character in personal and impersonal affairs Your bards have published your pen pertraits from hosanas sung of you by your sycophants and your biographers, without doing any research had published books on the basis of interviews given by you or some articles or news items appearign in the press. The tragedy is that nobody who had an opportunity to know you closely, has dared to write you. I am happily, placed in a position to provide an objective and factual backdrop into your life and character so that it may not be the continuing misfortune of my countrymen, henceforth, to single you out either as a lady in difficulty or a leader hampered in her lofty ideals by the mechanisation of 'evil' persons Having watched you from so close quarters I. feel a sense, not of awe, guilt and fright, what common clay has been raised to so high a pedestall. A few incidents that both of us well acquainted with may well serve my countrymen to appreciate your present political stance.



You know Mrs. Amie Crishna who was officially designated as the Personal Asst. to your late father, Shri Jawaharlal Nehru, the then Prime Minister of India. She was actually working for you for many years even though you had no official position in the Prime Minister's House. You utilised her services even though your late father neither needed nor had any use of the services of this lady. Talking of honesty under the circumstances, you may like to agree with me has the taste of saw dust.

Miss Usha Bhagat has been quite prominent in the press over these years for a few thefts that took place at her residence and in which, according to press, a sizable fortune, running into thousands, was stolen. You know how she came into your contact. She worked as a private tutor of your son, Sanjay Gandhi, and that too without remuneration. You paid no salary out of your pocket to Miss Bhagat for the sevices she rendered to your son, but you got her fixed up in some Govt. post from where she used to draw her monthly salary. Later you appointed her as your Social Secratary. To me it looks like a guid-pro-qup for services rendered in another capacity. But this exchange of favours was, it will be agreed by one and all dishonest, Public money was spent for rewarding services rendered in private capacity.

Sanjay had not only one teacher. He needed more than one. You know the reasons. You got Gopal Gupta out of the Air Force School for teaching Science to him. Many people may not like to belive but nevertheless it is true that like Miss Usha Bhagat, the services of Gopal Gupta were also taken gratis. You favorured him with other facility including the misuse of the Prime Minister's House car. For these services rendered in prtvate capacity to you by Gopal Gupta, you made him a Producer in the Television centre, New Delhi, and thanks to your patronage he has on a number of occasions been abroad at public expense.

ened to quit India and settle in Italy, where there is no family planning fad. And as if to defy Sanjay, Sonia did not stop at two or hesitate at three but raised her score to a nice four by giving birth to twin bony babies. What a sad epiyaph to Sanjay's family planning programme.......

(December, 1976)

---

( Note—The time given in the last of the 'Satyabartas' reproduced here, is probable time of its publication as certain time of publication is not known.)



# সংঘ

## ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ

"সংঘ ৰাষ্ট্ৰ বিৰোধী নহয়।"---এই বুলি মন্তব্য প্ৰকাশ কৰে ভূতপূৰ্ব প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীয়ে পাটনাত সাংবাদিকসকলৰ সন্মুখত। কিন্তু আজি এটা হেঁচা খোৱাৰ পিছত উপৰোক্ত মত প্ৰকাশ কৰাজনীৰ ৰাজত্ব কালত আভ্যন্তৰিণ জৰুৰীকালীন অৱস্থাৰ সময়ত এই একে ৰাষ্ট্ৰ বিৰোধী নথকা অৰ্থাৎ ৰাষ্ট্ৰ সমৰ্থক অৰ্থাৎ ৰাষ্ট্ৰীয়, "ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ" ওপৰত সৰ্বাধিক দমন আৰু অত্যাচাৰ চলোৱা হয়। ইন্দিৰা গান্ধীসহ চৰকাৰ আৰু কংগ্ৰেছৰ নেতাসকলে সংঘক অৰাষ্ট্ৰীয়, বৃটিছ সমৰ্থক, সাম্প্ৰদায়িক, ফেছিষ্ট আৰু মহাত্মাজীৰ হত্যাকাৰী বুলি নানা ৰকমে বদনাম কৰাৰ প্ৰয়াস কৰে---এই কালছোৱাত পূৰ্বাপেক্ষা অধিক। টি. ভি. আৰু ৰেডিঅ'ৰ দ্বাৰা বিশেষ অভিযান চলাই সংঘক বদনাম কৰা হয়। আৰ. এছ. এছৰ জনমানসত ছবি ধুমিল কৰা চেষ্টাত ডি. এ. ভি. পী. য়ে ( D.A.V.P. ) লাখ লাখ টকা ব্যয় কৰি সৰু সুৰা পুস্তক-পুস্তিকা ছপা কৰে। সংঘ আৰু জয়প্ৰকাশৰ বিৰুদ্ধে প্ৰকাশিত সামগ্ৰীৰ ওপৰত কি ধৰণে টকা ব্যয় কৰা হয় তাৰ উদাহৰণ পায় শ্ৰীকেদাৰ নাথ চাহনী আপাতকালত বিদেশত আন্দোলন চলাই থাকোতে, মালয়েচিয়াৰ ৰাজধানীত তেওঁক এজনে দেখুৱা এটা তিনি টকা মূল্যৰ কিতাপ। এই ৩ টকীয়া কিতাপৰ বিশেষত্ব আছিল যে ভাৰত চৰকাৰে এই পুস্তকৰ ওপৰত ৫৩ টকাৰ ডাক টিকট লগাই এই ভদ্ৰলোকলৈ এই পুস্তক পঠাইছিল।

পাঞ্চজন্য সাপ্তাহিক (ইং ২৪।৭।৭৭)ত ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ অখিল ভাৰতীয় বৌদ্ধিক প্ৰমুখ মা. শ্ৰীবাপুৰাও মোঘে এটা প্ৰবন্ধত উল্লেখ কৰিছে যে---ইন্দিৰা চৰকাৰৰ এজন উচ্চ বিষয়ায়ে তেওঁলোকক জনায় যে ইন্দিৰা গান্ধীয়ে সংঘৰ নেতৃবৰ্গৰ লগত আলোচনা কৰাৰ ইচ্ছা কৰিছে। এই বিষয়াৰ সংঘৰ অধিকাৰী সকলৰ লগত প্ৰায় এঘন্টা সময় আলোচনা হয়। চৰকাৰী বিষয়াজনে বাৰে বাৰে নিবেদন কৰে যে যদিহে সংঘ স্বয়ংসেৱক লোকসভা নিৰ্বাচনৰ পৰা আঁতৰি যায় তেন্তে চৰকাৰে সংঘৰ ওপৰত আৰোপিত নিষেধাজ্ঞা তুলি লব আৰু সকলো সংঘৰ স্বয়ংসেৱকক মুক্তি দিয়া হব। ইয়াত এইটো উল্লেখযোগ্য যে এই বাৰ্তালাপ হয় লোকসভাৰ নিৰ্বাচন ২০-২৫ দিন আগ। এই বাৰ্তাৰ প্ৰস্তাৱ সেই সময়ত কৰা হয় যেতিয়া ইন্দিৰা গান্ধীৰ পৰাজয় নিশ্চিত হৈ পৰে। কিন্তু সংঘৰ অধিকাৰীসকলৰ উত্তৰ আছিল--"পূজনীয় বালাসাহেব দেৱৰসৰ চিঠিসমূহৰ প্ৰাপ্তি সূচনাতো চৰকাৰে দিয়া নাই। আমাৰ আৰম্ভনিৰ পৰাহে চৰকাৰৰ লগত বাৰ্তালাপৰ ইচ্ছা আছিল। কিন্তু আজিৰ পৰিস্থিতি এনে হৈছে যে আমাৰ স্বয়ংসেৱকসকল নিৰ্বাচন যুদ্ধত নামিছে আৰু লক্ষ লক্ষ স্বয়ংসেৱক এতিয়া 'বেলট'ৰ দ্বাৰাহে নিৰ্ণয় কৰা মনস্থিতিত আছে। আমি এতিয়া নিৰ্বাচনৰ পৰা আঁতৰি যাবলৈ তেওঁলোকক কব নোৱাৰো।" চৰকাৰী পক্ষৰ প্ৰশ্ন আছিল--"তেন্তে বন্দী স্বয়ংসেৱক সকলক মুক্তি দিলে আৰু সংঘৰ ওপৰৰ পৰা নিষেধাজ্ঞা তুলিলে চৰকাৰৰ কি লাভ হব ?"

"—আপোনালোকে হেজাৰ হেজাৰ পৰিয়াল নষ্ট কৰিছে, লক্ষ লক্ষ জনক পীড়িত কৰিছে। কিন্তু সংঘৰ প্ৰতিবন্ধক তুলিলে আৰু বন্দীসকলকল মুক্তি প্ৰদান কৰিলে, হয়তো পৰিবেশৰ তিক্ততা আৰু বৈমনস্য কিছু পৰিমাণে দূৰ হৈ যাব। ইমানহে লাভ চৰকাৰে পাব পাৰিব নেকি ?" সংঘৰ এই উত্তৰ শুনি চৰকাৰী বিষয়াজনে প্ৰশ্ন কৰে—"আপোনাৰ সদস্যসকল যোৱা ২১ মাহ ধৰি জেলত আছে। কিছুদিনৰ ভিতৰতে তেওঁলোকৰ মণোবল ভাঙি যাব। তাৰ পিছত আপোনালোকে এই ধৰণে কিমান দিন চলিব পাৰিব ?" ইয়াৰ উত্তৰত ভূমিগত নেতাসকলে কলে—"বন্দী বন্ধুবৰ্গৰ লগত আমাৰ সততে সম্পৰ্ক আছে আৰু তেওঁলোকৰ মনস্থিতিৰ আপোনালোকতকৈও ভালকৈ আমাৰ পৰিচয় আছে। ২।৪ বছৰ বা ইয়াতকৈও বেছি জেলত থাকিবলৈ হলে তেওঁলোকে থাকিব বুলি আমাৰ বিশ্বাস। আমি আৰু ২।৪ বছৰ সংঘৰ্ষৰ কাৰণে লাগিব পৰা শক্তি আমাৰ লগত গোটাই থৈছো। ইয়াৰ বাহিৰেও সংঘৰ কাৰ্য্য আকৌ পূৰ্বত আৰম্ভ হোৱা সময়ত, ভবিষ্যতে আমি আৰু স্বয়ং সেৱকসকলে কাম সমাজত কৰিব লাগিব। যদি আজি আমি নিজৰ ভূমিকাৰ বিষয়ে সতৰ্ক হৈ নচলো, তেনে হলে সসন্মানেৰে আমি সমাজত গৈ কেনেকৈ পুনৰ কাম কৰিব পাৰিম ? যদিহে আপোনাৰ প্ৰস্তাব মানি লোৱা হয়, তেন্তে সংঘৰ লোকে জাতীয় আন্দোলনক ফাকি দিয়া বুলি ৰাইজে কব।"

ইন্দিৰা গান্ধীৰ স্বাৰ্থ পূৰণ নহয়। লোকসভা নিৰ্বাচনত জনতাৰ জয় হয়। জয় জয়তে এইটো সকলোৱে স্বীকাৰ কৰে যে এইটো সংঘৰ জয়। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ নিচিনা সংগঠন থকা কাৰণে সংসাৰৰ সন্মুখত আজি ভাৰতবৰ্ষই অহিংস বিপ্লৱৰ এটা অভিনৱ উদাহৰণ প্ৰস্তুত কৰিব পাৰিছে। ভূমিগত আন্দোলন আৰু লোকসভা নিৰ্বাচনৰ সাফল্যতাৰ গান গাওঁতে আজি সংঘ মন্ত্ৰৰো গুণগান হৈ আছে। সংঘ প্ৰচাৰক, স্বয়ং সেৱক, কাৰ্য্যবাহ, সংঘচালক, মা. সৰকাৰ্য্যবাহ, পঃ পূঃ সৰসংঘচালক, আৰু শাখা, শাখাত হৈ থকা ভিন্ন ভিন্ন কাৰ্য্যক্ৰম আৰু সংঘ সম্পৰ্কীয় অন্যান্য বিষয়সমূহৰ খুব আলোচনা, চৰ্চা হৈ আছে। সঁচাকৈ আপাতকালত ভূমিগত আন্দোলন বা গুপ্ত বিপ্লৱকাৰীৰ বিষয়ে জানিবলৈ যাওঁতে সংঘৰ নাম, তালিকাত সৰ্বোচ্চ স্থানত আহিব। সংঘক বাদ দি ভূমিগত আন্দোলন বা আপাতকালৰ সময়ত প্ৰতিৰোধাত্মক গতিবিধিৰ বিষয়ে একো জনা নাযায় বা অত্যাধিক কম পৰিমাণতহে জানিব পৰা যায়। এইটো কথা আন্দোলনৰ অধ্যয়নৰ পৰা নিশ্চয়ই স্পষ্ট হৈছে। এই কাৰণে ভূমিগত আন্দোলন আৰু আন্দোলনকাৰীসকলক ভালকৈ বুজাৰ কাৰণে সংঘ কাৰ্য্য, সংঘৰ উদ্দেশ্য আৰু সংঘৰ কাৰ্য্য পদ্ধতিৰ লগতো পৰিচিত হোৱা উচিত। কিয়নো আমি যোৱা অধ্যায়ত দেখিছো যে, এই সময়ৰ প্ৰত্যেক কাৰ্য্যক্ৰম বা কাৰ্য্যকৰ্ত্তাক সংঘৰ ভূমিগত অধিকাৰী আৰু তেওঁৰ কাৰ্য্য পদ্ধতিৰ লগত সামঞ্জস্য ৰাখিব লগীয়া হৈছিল।

## পৰম্ বৈভবং নৈতুমেতৎ স্বৰাষ্ট্ৰম্

আজিৰ মহাৰাষ্ট্ৰ প্ৰান্তৰ নাগপুৰ নগৰৰ কথা। নাগপুৰৰ মাহাল নামৰ অঞ্চলত "মোহিতে বাড়া" নামৰ মৈদানত এদিন প্ৰায় ৩৫ বছৰীয়া ডাঃ কেশৱৰাও বলিৰাম হেডগেৱাৰ পাঁচজন কিশোৰ বয়সৰ লৰালৈ খেলা ধেমালি আৰু ব্যায়াম আৰম্ভ কৰে। প্ৰায় এঘন্টা খেলাৰ পিছত তেওঁলোকে তৎকালীন সমাজৰ দশাৰ বিষয়ে চৰ্চা কৰে। তাৰ পিছত ভাৰত মাতাৰ বন্দনাত এটি প্ৰাৰ্থনা কৰি, সেইদিনৰ কাৰ্য্যক্ৰম শেষ কৰে। দিনৰ বাকী সময়ত ডাক্তৰে এই অঞ্চলৰ অন্যান্য লৰাহঁতক দেখা কৰে। তেওঁৰ নিজৰ অঞ্চলত থকা প্ৰায় সকলোৰ লগতে পৰিচয় আছেই। দ্বিতীয় দিনা এই মৈদানত এঘন্টাৰ সময়—খেল-ধেমালী, আলোচনা-চৰ্চা, গীত, প্ৰাৰ্থনা আদিৰ কাৰ্য্যক্ৰম, আকৌ তৃতীয় দিন, আকৌ চতুৰ্থ দিন এক সপ্তাহ, দুই সপ্তাহ, এমাহ, তিনি মাহ, এবছৰ, দুই বছৰ----। ডাক্তৰে প্ৰথম দিনৰে পৰা এই সৰু সৰু স্কুলীয়া লৰাহঁতৰ লগত খেলি আছে, তেওঁলোকৰ ঘৰত গৈ আছে, লৰাহঁত ডাক্তৰৰ ওচৰত দুপৰীয়া, গধূলি আহি আছে, গৈ আছে। স্কুলীয়া এই ছাত্ৰসকল কেতিয়াবা কেতিয়াবা ডাক্তৰৰ ওচৰত নিজৰ অধ্যয়নৰ বিষয়ে সমস্যা আনে, কেতিয়াবা নিজৰ কাজিয়া পেচালৰ সমাধানৰ কাৰণে আহে। এইদৰে ডাক্তৰ তেওঁলোকৰ লগত সমৰস হৈছে। সমাজৰ কেইজনমান লোকে ডাক্তৰ হেডগেৱাৰক নিজৰ ডাক্তৰী বাদ দি, নিজৰ সংসাৰ বাদ দি সৰু-সৰু লৰাহঁতৰ লগত দেখি "ডাক্তৰ বলীয়া হৈছেনেকি ?" বুলি চিন্তা কৰে। সমাজৰ বন্ধু কেইজনে ডাক্তৰক প্ৰশ্নও কৰে—"ডাক্তৰ এইটো কি কৰিছা ? লৰা-ধেমালি বাদ দি মেডিকেলৰ কাম আৰম্ভ নকৰা কিয় ? তুমি ডাক্তৰ, কেইবাটাও ভাল ঘৰৰ বিয়াৰ প্ৰস্তাৱ তোমালৈ আহিছে, বিয়া কৰি ঘৰ-বাৰী স্থাপন কৰাছোন।" কিন্তু ১৮৮৯ খৃষ্টাব্দত নাগপুৰত জন্ম গ্ৰহণ কৰা কেশৱৰাও বলিৰাম হেডগেৱাৰ সৰু কালৰ পৰায়ে বেলেগ ধৰণৰ লৰা আছিল। শৈশৱতেই তেওঁৰ দেশপ্ৰেমৰ শিখা জ্বলন্ত কৰি নিজৰ অসামান্যতাৰ পৰিচয় দিয়ে—"কেনেকৈনো ছয় হেজাৰ মাইল আঁতৰৰ পৰা আহি এই এমুঠি বিদেশী আমাৰ শাসক হলহি ?" আঠ বছৰ মাথোন বয়সতে মহাৰাণী ভিক্টোৰিয়াৰ ৰাজ্যাভিষেকৰ হীৰক উৎসৱ উপলক্ষে পঢ়াশালিত বিতৰিত মিঠাই তেওঁ দলিয়াই পেলায়। প্ৰৱেশিকা পৰীক্ষাৰ পিছত কলিকতাৰ নেচনেল মেডিকেল কলেজত বিপ্লৱীসকলৰ সম্পৰ্কত তেওঁ থাকে। হিন্দু মহাসভা আৰু মধ্য প্ৰদেশ কংগ্ৰেছত প্ৰান্তীয় স্তৰৰ বিষয়ববীয়া হিচাবে কাম কৰিও তেখেতে মনত সন্তোষ পোৱা নাছিল।

১৯২৫ চনৰ বিজয়া দশমীৰ দিনা এটা মহান কাৰ্য্য নাগপুৰ এই "মোহিতে বাড়াত"ত পাঁচজন লৰাক লৈ আৰম্ভ কৰিছিল। এইটো লৰা ধেমালি নাছিল, এই কাৰণে যেতিয়া সমাজৰ বন্ধু বৰ্গই তেখেতক "কি কৰিছা ?" বুলি প্ৰশ্ন কৰে, ডাক্তৰ হেডগেৱাৰে কয়—"কেৱল বৃটিছ বিৰোধী আন্দোলনে জাতীয় জীৱন দোষমুক্ত কৰিবনে ? বৃটিছ শাসনেই জানো সঁচাকৈ আমাৰ জাতীয় বিকাৰৰ একমাত্ৰ কাৰণ ? ইংৰাজসকল অহাৰ পূৰ্বে যদিহে আমাৰ জাতীয় জীৱনত একো বেৰোণ নাছিল, তেন্তে কেনেকৈয়েবা আমি তেওঁলোকৰ তলতীয়া হবলৈ পালোঁ ? তাৰ অনেক কাল পূৰ্বেই কিয় আমি মুছলমানসকলৰ দাস হলোঁহক। তেওঁলোক অহাৰ আগে আমি স্বাধীন আছিলোঁ, পিছতেই আমি সেই স্বাধীনতাৰ পৰা বঞ্চিত হলো কিয় ? আমাৰ জাতীয় জীৱন ধ্বংস হোৱাৰ আচল বেৰোণ কত ?"—কেশৱৰাও হেডগেৱাৰ ডাক্তৰ আছিল, সমাজ বেমাৰী

আছিল হয়, বেমাৰৰ কাৰণ কি ? তেওঁ নিজৰ বন্ধু বৰ্গক ইতিহাস স্মৰণ কৰাই ৰোগ নিৰূপণ কৰে---

“লিখিত ইতিহাসৰ অনেক কাল পূৰ্বৰে পৰা আমি আছিলো স্বাধীনতা, সম্পদ আৰু সংস্কৃতিৰে সমৃদ্ধ এক পৰাক্ৰমী জাতি। কলা, বিজ্ঞান, স্থাপত্যবিদ্যা, সাহিত্য, শিক্ষা, ধৰ্ম, সামাজিক আৰু ৰাজনৈতিক বিজ্ঞান, ৰণ কৌশল, কূটনীতি আদি সকলো ক্ষেত্ৰত আমাৰ পতাকা নানা দেশৰ আকাশত উৰিছিল । কি দৰে নো তেন্তে ওঠৰজন মাথোন লোক লগত লৈ বক্তিয়াৰ খিলিজী দিল্লীৰ পৰা বঙ্গদেশ পৰ্যন্ত অমানুষিক হত্যাকাণ্ড ধৰ্মান্তৰকৰণ, নাৰী হৰণ আৰু কত ৰাজ্যৰ পতন সাধিব পাৰিলে ? আমাৰ অতবোৰ শক্তিশালী ৰাজ্য এমুঠি ইংৰাজ বেপাৰীৰ আগত সেও মানিব লগাত পৰিল কিয় ? তাৰ কাৰণ হল জাতিৰ জীৱন-মৰণ নিৰূপণ কাৰী এক বিশেষ ক্ষেত্ৰত আমি আছিলো তেওঁলোকতকৈ তেনেই পিছপৰা আৰু অত্যন্ত দুৰ্বল আৰু সি হল জাতীয় চেতনা আৰু ঐক্যবোধৰ ক্ষেত্ৰ।

আমি পাহৰি গলোঁ যে এক মাতৃ ভূমিৰ আমি সন্তান। সৰু সৰু ৰাজ্যবোৰ মূৰ দাঙি উঠিল। পাৰস্পৰিক ঈৰ্ষা আৰু বৈৰীভাৱে তেওঁলোকৰ সম্পৰ্ক বিষময় কৰি তুলিলে সঁচাকৈ আমাৰ শত্ৰু বিদেশী লোক নাছিল, শত্ৰু আছিল আমাৰ ভাই-ককাই জয়চান্দ, মানসিংহ, মিৰ্জা ৰজা জয়সিংহ ইত্যাদি। বৃটিছ সাম্ৰাজ্য সুৰক্ষিত আৰু নিৰাপদ কৰিবলৈ হিন্দু সেনাপতি আৰু সৈনিক সকলে নিজৰ আৰু মুক্তি যুজাৰুসকলৰ ৰক্তপাত কৰিলে। আমাৰ ব্যৱসায়ীয়ে নিজৰ ধনেৰে বৃটিছক সহায় কৰিলে। ইয়াৰ কাৰণ হল আমাৰ জাতীয় চৰিত্ৰ পতন।”--ডাক্তৰ চাহেবৰ এই দৃষ্টিকোণ তেওঁৰ ওচৰলৈ অহা প্ৰশ্ন কৰ্তায়ে স্বীকাৰ কৰে। কিন্তু তেওঁলোকে কয়--“ডাক্তৰজী, এই সমস্যাৰ নিদান খেল মৈদানত পাব কেনেকৈ ?” কেশৱৰাও বলিৰাম হেডগেৱাৰে উত্তৰ দিয়ে----“মোৰ ধাৰণা যে জাগ্ৰত আৰু সু-সংগঠিত জাতিয়েহে মাথোন শক্তিৰ বিকাশ সাধিব পাৰে । ইয়াৰ কাৰণে আৱশ্যক হব আমাৰ ৰাষ্ট্ৰৰ প্ৰতিটো ঘটক অনুশাসিত, চৰিত্ৰবান, অপূৰ্ব দেশভক্ত, বীৰ্য্যবান, সংযমী আৰু একাত্মবোধপৰিপূৰ্ণ হোৱা। সমাজৰ প্ৰতিটো ঘটকৰ এইদৰে নিৰ্মাণ কৰি, এটা শক্তিশালী, বৈভৱশালী, আৰু সংগঠিত ৰাষ্ট্ৰ গঢ়ি তোলাৰ মোৰ চেষ্টা।” এখন্টা খেলাৰ পৰাহে যে এইটো কাম হব, ইয়াৰ প্ৰতি সমাজৰ লোকে সন্দেহ প্ৰকট কৰে। কেইবাজনেও ডাক্তৰ চাহেবক “পগলা ডাক্তৰ” কয়। কিন্তু ডাক্তৰে কাৰো চিন্তা নকৰি নিজৰ কাম কৰি যায়। কাৰো লগত তেখেতে তৰ্ক বিতৰ্ক নকৰে। নিজৰ আদৰ্শময়, একনিষ্ঠ, ত্যাগময়, চৰিত্ৰৱান আৰু কৰ্মঠ ব্যক্তিত্ব আৰু সকলোৰে লগত প্ৰগাঢ় প্ৰেমময় ব্যৱহাৰৰ পৰা ডাক্তৰ চাহেবে অতি সোনকালে নিজৰ সংগঠনৰ কাম ভাল দৰে থিয় কৰিব পাৰে। অন্যান্য সংগঠনৰ দৰে নহয়, ইয়াৰ নামকৰণ হয় কেইমাহমান পিছত। সংঘৰ আজিৰ প্ৰাৰ্থনাও সংঘই পিছত গ্ৰহণ কৰে। আৰম্ভত মৰাঠী প্ৰাৰ্থনাহে আছিল। শাখাত আজি কালি আমি যি ভগৱা ধ্বজ প্ৰণাম কৰো এইটোও গ্ৰহণ কৰা হয় বহু পিছত। আজি কালি শাখাত প্ৰয়োগ হোৱা সংস্কৃত আজ্ঞাবোৰো তেতিয়া নাছিল। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ আৰম্ভ হোৱাৰ ২২।২৩ বছৰ পিছত ইয়াৰ



সংবিধান নিৰ্মাণ হয়। সংবিধান সংঘৰ ভিতৰুৱা কাজিয়া বা কোনোবাৰ পদমৰ্য্যাদাৰ আকাঙ্ক্ষাৰ ফলত নিৰ্মাণ কৰা নহয়। ১৯৪৮-৪৯ চনত অহা নিষেধাজ্ঞাৰ সময়ত চৰকাৰী প্ৰয়োজনৰ কাৰণেহে সংঘৰ সংবিধান নিৰ্মাণ হৈছিল। সংঘ বা সংঘৰ স্বয়ং সেৱক বৰ্গক সংবিধান বা নিয়মাৱলিৰ আৱশ্যকতা বোধ ইয়াৰ আগে হোৱা নাছিল আৰু সাধাৰণতে আজিও নহয়। কিয় ? ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ নামৰ এই অনুষ্ঠান এটা পৰিয়ালৰ দৰে। পৰিয়ালৰ প্ৰতিটো ঘটক যেনে নিজৰ পৰিয়াল বুলি পৰিয়ালৰ কাম নিজে, স্বপ্ৰেৰণাৰে আৰু স্বাভাৱিক দৰে কৰে, এই দৰে সংঘ নিজৰ স্বয়ং সেৱকসকলক শিকায় যে আমি হিন্দু, এই হিন্দু ৰাষ্ট্ৰ মোৰ ৰাষ্ট্ৰ। ইয়াৰ বিকাশ আৰু পতন মোৰ বিকাশ আৰু মোৰ পতন। এই ৰাষ্ট্ৰ মোৰ, মই ইয়াৰ উন্নতিৰ কাৰণে নালাগিলে কোনে লাগিব ? এই বিচাৰ আৰু সঁচাকৈ এটা পৰিয়ালৰ দৰে বাতাবৰণ সৃষ্টি কৰিব পৰা ডাক্তৰ চাহেবৰ যোগ্যতা আছিল যাৰ ফল স্বৰূপে স্বয়ং সেৱক সকলে সংঘ কাৰ্য্যৰ কাৰণে পুণা, বম্বে, বানাৰস, কলিকতা ইত্যাদি ঠাইলৈ নিজৰ ঘৰুৱা কাম, নিজৰ স্বাৰ্থ, নিজৰ লাভ ইত্যাদি ত্যাগ কৰি যায়। বহু ছাত্ৰ স্বয়ং সেৱক নাগপুৰত প্ৰৱেশিকা উত্তীৰ্ণ কৰাৰ পিছত সংঘ কাৰ্য্য কৰাৰ উদ্দেশ্যে বিভিন্ন ঠাইলৈ উচ্চ শিক্ষাৰ কাৰণে যায়। এইদৰে আৰম্ভ হয় প্ৰচাৰক—বিস্তাৰক ওলোৱা। ২ বছৰ, ৪ বছৰ বা ইয়াতকৈও অধিক কিন্তু নিশ্চিত সময়ৰ কাৰণে ওলোৱা লোকক সংঘত প্ৰচাৰক কোৱা হয়। এওঁলোকে এটা নিশ্চিত কালৰ কাৰণে বা সম্পূৰ্ণ জীৱনৰ কাৰণে নিজৰ সংসাৰ ত্যাগ কৰি সংঘ কাৰ্য্যাত সম্পূৰ্ণ সময় যোগ দিয়ে। আজি সমগ্ৰ ভাৰতবৰ্ষত সংঘ কাৰ্য্যৰ যি ৰূপ দেখা গৈছে এইটো হয় এনেকুৱা হেজাৰ হেজাৰ বীৰব্ৰতী, ত্যাগী, চৰিত্ৰবান আৰু কৰ্মঠ কাৰ্য্যকৰ্তা সকলৰ কঠোৰ তপস্যাৰ জীৱন্ত নিদৰ্শন। আজি সংঘ কাৰ্য্যত লিপ্ত প্ৰচাৰক বিস্তাৰকৰ সংখ্যা ২০০০ কৈও বেছি। সংঘ কাৰ্য্যৰ কেন্দ্ৰ সংঘৰ এঘন্টাৰ শাখা। প্ৰভাত, সায়ং বা নৈশ শাখা বোৰক কেন্দ্ৰ কৰি সংঘৰ কাৰ্য্যকৰ্ত্তাই কাম কৰে। শাখালৈ অহা প্ৰতিটো স্বয়ং সেৱকৰ লগত ঘৰুৱা সম্বন্ধ নিৰ্মাণৰ চেষ্টাৰ যোগেদি আৰু ব্যক্তি ব্যক্তিৰ লগত সম্পৰ্কৰ পৰা প্ৰতিজনৰ নিৰ্মাণত মন দিয়াটো সংঘ কাৰ্য্যকৰ্ত্তাৰ বিশেষত্ব। শাখাৰ মুখ্য শিক্ষক, কাৰ্য্যবাহ সংঘচালক আৰু সংঘৰ অন্যান্য অধিকাৰী নিজৰ চৰিত্ৰ স্বয়ংসেৱকসকলৰ সন্মুখত থয় আৰু সন্মুখত থকা জনৰ উদাহৰণৰ পৰাহে স্বয়ং সেৱকৰ নিৰ্মাণ হয়। নিৰ্মাণৰ এই প্ৰক্ৰিয়া সহজ আৰু সৰল ৰখাৰ বাবে প্ৰতিটো শাখাত প্ৰায় সাতজন সাতজন লৈ এটা এটা গোট নিৰ্মাণ কৰি গোটনায়কৰ হাতত দিয়া হয়। ব্যক্তি নিৰ্মাণৰ পৰা সমষ্টি নিৰ্মাণ সংঘই কৰি আছে। এই কাৰণে সংঘ কাৰ্য্য সামাজিক আৰু সাংস্কৃতিক। সমাজ আৰু ৰাষ্ট্ৰ জীৱনৰ লগত কেনেকৈ নিজৰ জীৱন কাৰ্য্যৰ সমন্বয় কৰিব লাগে। ৰাষ্ট্ৰ স্বাৰ্থত ব্যক্তিগত স্বাৰ্থ ত্যাগ কিদৰে কৰিব পাৰি এইটো শিক্ষা দিয়ে সংঘ শাখা আৰু সংঘৰ অন্যান্য কাৰ্য্যক্ৰমে। সংঘত অহা প্ৰত্যেক জনে সমাজ আৰু ৰাষ্ট্ৰৰ স্বাৰ্থ আৰু লাভ অনুসৰি নিজৰ ব্যক্তিগত কাৰ্য্যক্ৰম ঠিক কৰে। ৰাষ্ট্ৰায় স্বাহাঃ ৰাষ্ট্ৰায় ইদংন মমঃ।’---এই সূত্ৰ মতে তেওঁ জীৱন-যাপন কৰে। এই কাৰণে সংঘ এটা জীৱন পদ্ধতি, সংঘ সমাজ জীৱনৰ এটা ধৰণ।

শাখাৰ এঘন্টাৰ কাৰ্য্যক্ৰম আৰু দিনৰ বাকী থকা সময়ত সম্পৰ্কৰ বাহিৰে সংঘই বিভিন্ন প্ৰকাৰৰ কাৰ্য্য পালন কৰে। সংঘ-তত্ত্ব বিষয়ক শিক্ষা আৰু সংঘ কাৰ্য্যৰ কাৰণে আৱশ্যকীয় যোগ্যতা নিৰ্মাণৰ কাৰণে ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘে বিভিন্ন প্ৰকাৰৰ শিবিৰৰ আয়োজন কৰে। সংঘ শিক্ষা বৰ্গ নামৰ প্ৰায় এমাহৰ শিবিৰ প্ৰত্যেক প্ৰান্তত বছৰত এবাৰ আয়োজিত কৰা হয়। প্ৰায় দহ দিনৰ প্ৰাথমিক শিক্ষা বৰ্গও প্ৰায় সকলো প্ৰান্তত জিলা বা বিভাগ স্তৰত আয়োজিত হয়। আগত কোৱা হৈছে যে সংঘ কাৰ্য্য পাৰিবাৰিক কল্পনা। এই কাৰণে শিক্ষা শিবিৰ ইত্যাদিত যোগদান কৰা স্বয়ং সেৱক সকলে ব্যয় নিজে বহন কৰে।

সংঘ ছয়টা উৎসৱ পালন কৰে--বিৰাট জনজাগৰণৰ শক্তিশালী মাধ্যমৰূপে সংঘই জাতীয় উৎসৱৰ পৰম্পৰা সৃষ্টি কৰিছে--

হিন্দু নৱবৰ্ষ দিৱস-বৰ্ষপ্ৰতিপদে আমাৰ মনলৈ আনে আমাৰ মহান যুগ প্ৰৱৰ্ত্তকসকল আৰু তেওঁলোকৰ অমৰ কাৰ্য্যাৱলীৰ স্মৃতি। সংঘৰ প্ৰতিষ্ঠাতা ডঃহেডগোৱাৰো এই দিনা জন্ম গ্ৰহণ কৰিছিল।

আঠশ বছৰীয়া অত্যাচাৰী মুছলমান শাসনৰ অৱসান ঘটাই পুনৰ স্থাপিত হিন্দু শক্তিৰ বিজয় ঘোষণাৰে ১৬৭৪ চনৰ যি পবিত্ৰ দিনত শিৱাজী মহাৰাজে সাৰ্বভৌম জাতীয় সিংহাসনৰ প্ৰতিষ্ঠা কৰিছিল, সেই জেঠমহীয়া শুক্লা ত্ৰয়োদশীত পালন কৰা হয় হিন্দু সাম্ৰাজ্য দিনোৎসৱ।

গুৰু পূজাৰ দিনা প্ৰচলিত প্ৰথা অনুসৰি শিষ্যই গুৰুৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰে। আহাৰ মাহৰ পূৰ্ণিমা তিথিত গুৰু-পূজা দিৱস পালন কৰা হয়। সংঘৰ প্ৰতিটো স্বয়ংসেৱক নিজৰ শক্তি অনুসৰি এই দিনা সংঘৰ গুৰুৰ (ভগৱ ধ্বজ) সন্মুখত কম বেছি পৰিমাণৰ ধন সমৰ্পিত কৰে। স্বয়ং সেৱকে সমৰ্পিত কৰা এই ধন ৰাশিৰ পৰা সংঘৰ ব্যয় পূৰণ হয়। সংঘ ৰছীদ বহী ছপা কৰি কেতিয়াও কাৰো ওচৰত চান্দা তুলিবলৈ নাযায়। স্বয়ং সেৱক সকলৰ পৰা বছৰত এবাৰহে ধন গ্ৰহণ কৰা হয়। আমাৰ ধৰ্ম আৰু জাতীয়তাৰ প্ৰতীক ভগৱা-ধ্বজক সংঘই গুৰুৰূপে গ্ৰহণ কৰিছে।

শাওন পূৰ্ণিমাত অনুষ্ঠিত ৰক্ষা বন্ধনে আমাক সোঁৱৰাই দিয়ে যে আমি মাতৃ ভূমিৰে সন্তান। এই দিনটোত আমি ভাতৃ ভাৱৰ প্ৰতীক স্বৰূপে ৰাখী বন্ধন কৰোঁ।

বিজয়াদশমীয়ে আসুৰিক শক্তিৰ বিৰুদ্ধে আমাৰ জাতীয় বিজয়ৰ গৌৰৱময় পৰম্পৰাৰ স্মৃতি জগাই তোলে। এই দিনা আমি শক্তি পূজা কৰো। এই বিজয়া দশমী, সংঘৰো জন্ম দিৱস।

প্ৰকৃতিৰ বুকুত এন্ধাৰৰ পৰা পোহৰলৈ পৰিবৰ্ত্তন সূচোৱা মকৰ সংক্ৰান্তিয়ে স্বাৰ্থপৰতাৰ এন্ধাৰৰ পৰা জাতীয় চেতনাৰ পোহৰলৈ যোৱাৰ বাণী আমালৈ লৈ আনে।



সংঘ কাৰ্য্যৰ চমু পৰিচয় ওপৰত দিয়া হল। কিন্তু যি দৰে সাতোৰ শিকিবলৈ হলে শিক্ষাৰ্থী জন নৈত নামিবৰ দৰকাৰ হয়। এইদৰে সংঘ কাৰ্য্যৰ বিষয়ে জানিবলৈ হলে সংঘ সাহিত্য পঢ়িলে বা সংঘ বিষয়ক ভাষণ শুনিলে নহয়। কিন্তু প্ৰত্যক্ষ সংঘ আৰু সংঘ কাৰ্য্যৰ সম্পৰ্কত যোৱাহে দৰকাৰ।

সি যি কি নহওক, যেনেকৈ তপস্বী সকলৰ তপ দেখি ইন্দ্ৰ ভয়গ্ৰস্ত হয়, সেই দৰে ইন্দিৰা চৰকাৰে সংঘক ভয় কৰে, যদিও এইটো স্পষ্ট আছিল যে সংঘই ৰাজগাদী বিচৰা নাই, কিন্তু সংঘক অবৈধ ঘোষণা কৰা হয় আৰু সংঘৰ বিৰুদ্ধে নানা ৰকমৰ টি. ভি., ৰেডিঅ' আৰু কাগজে-পত্ৰে অপপ্ৰচাৰ চলোৱা হয়। এই বিলাক হোৱা স্বত্ত্বেও সংঘ কাৰ্য্য চলি থাকে আৰু ভূমিগত সাহিত্য সম্পূৰ্ণ ভাৰতবৰ্ষত সংঘ বিৰোধী কু-প্ৰচাৰৰ উত্তৰত ওলোৱা হয়। এই কিতাপৰ বিষয় আপাতকালত পূৰ্বোত্তৰ ভাৰতৰ ভূমিগত কাৰ্য্য কলাপহে আছে। এই কাৰণে সংঘ বিষয়ক এই অঞ্চলত ওলোৱা কেইটামান পুস্তিকাৰ অংশ বিশেষ ইয়াত লোৱা হৈছে যাতে সংঘ বিষয়ক ভূমিগত সাহিত্যৰ পৰিচয় হয় আৰু লগতে হয় সংঘ বিষয়ক দুই এটা শঙ্কাৰ সমাধান।

ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ বৌদ্ধিক বিভাগৰ ফালৰ পৰা প্ৰকাশিত হয় এই ধৰণৰ সাহিত্য। এইটো আপাতকাল আছিল--ক'ত কেনেকৈ আৰু কোন প্ৰেছত এই সাহিত্য প্ৰকাশ কৰা হৈছে এইটো পুস্তিকাত সূচীত কৰা সম্ভৱ নাছিল।

"সংঘ বন্দীৰ বিশ্লেষণ" নামৰ ৫০ পইচা মূল্যৰ ১২ পৃষ্ঠীয়া পুস্তিকাৰ অন্তিম পৃষ্ঠাত প্ৰকাশকৰ নাম দিয়া আছে"—'জনতা ভৱন' দিছপুৰ, অসম।" পুস্তিকাৰ আকাৰ প্ৰকাৰ--স্বাভাৱিকতেই ইমান সুন্দৰ হোৱা নাই, কিন্তু কিতাপৰ সামগ্ৰীবেই মূল্য--"তৎক্ষণাত কিয় সংঘৰ ওপৰত প্ৰতিবন্ধক লগোৱা নহল ?" শিতানত পৃষ্ঠা, ৬, ৭ আৰু ৮ ত কোৱা হৈছে "দেশত আভ্যন্তৰীণ অশান্তিৰ সম্ভাৱনা যদি চৰকাৰে দিব্য চক্ষুৰে দেখিছিলেই তেনেহলে এই অশান্তিৰ লগত সম্পৰ্ক থকা মিছা বুলি অভিযোগ অনা ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ ওপৰত ২৬ জুন তাৰিখেই প্ৰতি বন্ধক লগোৱা নহল কিয় ? ইয়াৰ বিপৰীতে ৮ দিনৰ পিচতে চৰকাৰে দিব্য চক্ষুৰে এনে কি ঘটনা দেখিলে যাৰ বাবে ৪ জুলাই তাৰিখেই সংঘৰ ওপৰত প্ৰতিবন্ধক লগোৱা হ'ল। ১৯৭৫ চনৰ ৩০ জুন তাৰিখে সৰসংঘচালক শ্ৰীবালা সাহেব দেৱৰসক বন্দী কৰা হল। ২৯ জুন তাৰিখে পূৰ্বৰ যোজনা অনুযায়ী উত্তৰ প্ৰদেশৰ ফিৰোজাবাদ নামৰ ঠাইত সংঘৰ শিক্ষা বৰ্গৰ সামৰণি উৎৱৰ ৰাজহুৱা সভাত মকলি ভাৱে তেখেতে ভাষণ দিছিল আৰু ইয়াৰ বাবে স্থানীয় এচ, ডি, অ'ৰ পৰা অনুমতিও লোৱা হৈছিল। দেশত আভ্যন্তৰীণ অশান্তিৰ প্ৰতি তীব্ৰ সতৰ্কতা অৱলম্বন কৰা চৰকাৰ অশান্তিৰ লগত সম্পৰ্ক থকা বুলি অভিযোগ অনা সংঘৰ প্ৰমুখজনক দেশত জৰুৰীকালীন অৱস্থাৰ ভিতৰত ৰাজহুৱা সভাত ভাষণ দিবলৈ দি কি ঔদাৰ্য্যতাৰ পৰিচয় দিলে ? ২৯ জুন তাৰিখে তেখেতে 'গ্ৰেণ্ড ট্ৰাঙ্ক' ৰেল যোগে আগ্ৰাৰ পৰা নাগপুৰলৈ যাত্ৰা কৰে। আগ্ৰাতেই তেখেতক বন্দী কৰিব পাৰিলেহেঁতেন কিন্তু আগ্ৰাত বন্দী নকৰি নাগপুৰতহে বন্দী কৰা হ'ল।। ইয়াৰ অন্ত-

বানত চৰকাৰৰ অভিসন্ধি আছিল যে নাগপুৰত তেখেতক বন্দী কৰিলে সংঘৰ স্বয়ং সেৱকসকলে অশান্তি সৃষ্টি কৰিব। আৰু তেতিয়া সংঘৰ আভ্যন্তৰীণ অশান্তিৰ লগত জড়িত থকাৰ বিষয়ে প্ৰমাণ কৰিব পাৰিব। কিন্তু বাস্তৱতে নাগপুৰত নামমাত্ৰও অশান্তি নহল। সংঘৰ প্ৰমথজনক ৩০ জুন তাৰিখে বন্দী কৰিলে যদিও সিদিনা সংঘৰ ওপৰত প্ৰতিবন্ধক লগোৱা নহল। ইয়াৰ ৪ দিন পিচত ৪ জুলাই তাৰিখেহে প্ৰতিবন্ধক লগোৱা হল।

৪ জুলাই তাৰিখে সংঘৰ ওপৰত প্ৰতিবন্ধক ঘোষণা কৰিলে আৰু লগে লগেই দেশৰ বিভিন্ন ঠাইৰ কাৰ্য্যালয় বিলাক খানাতালাচ কৰি তাত পোৱা 'অস্ত্ৰ' বিলাকৰ ফটো লৈ বাতৰি কাকতত প্ৰচাৰ কৰা হ'ল। ইয়াৰ দ্বাৰাই চৰকাৰে জনসাধাৰণক বুজাবলৈ চেষ্টা কৰিছিল যে সংঘই এই অস্ত্ৰবিলাকৰ দ্বাৰাই বিদ্ৰোহ কৰিবলৈ বিচাৰিছিল। চৰকাৰৰ এই কথা মানি ললেও আমাৰ মনত এটা প্ৰশ্ন উৎপন্ন হয় যে সংঘই কি উদ্দেশ্য লৈ বিদ্ৰোহ কৰিব পাৰে? অৱশ্যে ক্ষমতা দখলো সংঘৰ এটা উদ্দেশ্য হব পাৰে। যদি ক্ষমতা দখলেই সংঘৰ উদ্দেশ্য হয় তেনেহলে আধুনিক অস্ত্ৰ শস্ত্ৰৰে সুসজ্জিত সৈন্যবাহিনীৰ লগতহে যুদ্ধ কৰিব লাগিছিল। কিন্তু সংঘৰ কাৰ্য্যালয়ত কি পোৱা গৈছিল? কেৱল কাঠ টিনৰ তৰোৱাল আৰু দণ্ড। এইবিলাকেৰে জানো বিদ্ৰোহ সম্ভৱ হয়? সৰু লৰায়ো এই কথা বিশ্বাস নকৰে। বৰ্ত্তমান কুৰি শতিকাত আধুনিক অস্ত্ৰ-শস্ত্ৰৰ বলত ক্ষমতা দখল কৰা উদাহৰণ পৃথিৱীত বহুতো আছে কিন্তু আধুনিক অস্ত্ৰ শস্ত্ৰৰ লগত কাঠ, টিন আৰু দণ্ডৰে যুদ্ধ কৰি ক্ষমতা দখল কৰা উদাহৰণ পৃথিৱীত কতো দেখিবলৈ বা শুনিবলৈ পোৱা নাই। মানসিক চিকিৎসালয়ত ভৰ্ত্তি হোৱা মানুহৰ বাহিৰে কোনেও এনে কথা কব নোৱাৰে। ক্ষমতা দখল উদ্দেশ্য নহলেও দেশত অশান্তি আৰু বিশৃংখলতা সৃষ্টি কৰা সংঘৰ এটা উদ্দেশ্য হব পাৰে। ১৯৭৫ চনৰ জুন মাহত সংঘৰ এনে কি উদ্দেশ্যে চৰকাৰে দেখিলে যাৰ বাবে সংঘৰ ওপৰত প্ৰতিবন্ধক লগাব লগীয়া হল। সংঘই কাঠ আৰু টিনৰ তৰোৱালৰ বিদ্ৰোহ কৰিবলৈ বিচাৰিছিল বুলি মানি ললেও কি উদ্দেশ্য লৈয়েই বা বিদ্ৰোহ কৰিব? নিজৰ স্বয়ং সেৱক সকলক চৰকাৰৰ দ্বাৰা গুলীয়াই মৰোৱাৰ উদ্দেশ্যে? মানসিক ৰোগগ্ৰস্ত মানুহেও এনেকুৱা কল্পনা কৰিব নোৱাৰে।"

অন্য এখন পুস্তিকাৰ নাম হল--"সংঘ আৰু হিংসা নীতি।" ইয়াৰো মূল্য ৫০ পইচা। প্ৰকাশক মুদ্ৰকৰ নাম তাত দিয়া হোৱা নাই। ১৩ পৃষ্ঠাৰ এই কিতাপৰ ৬, ৭, ৮, ৯ আৰু ১০ পৃষ্ঠাত কোৱা হৈছে---"এইটো দুখৰ কথা যে বৰ্ত্তমানেও স্বাধীনতাৰ পূৰ্ব্বৰ দৰেই দেশত হিন্দু-মুছলমানৰ সংঘৰ্ষ হৈ আছে। যি কোনো সাম্প্ৰদায়িক সংঘৰ্ষ হলেই তাৰ অন্তৰালত সংঘৰ হাত আছে বুলি অপপ্ৰচাৰ কৰা হয়। ১৯৬৬ চনৰ গ্ৰীষ্মকালত নাগপুৰত নৱবৌদ্ধ আৰু মুছলমানসকলৰ মাজত সংঘৰ্ষ হৈছিল। এই সংঘৰ্ষৰ কথা সংঘৰ পৰিকল্পনা অনুযায়ী হোৱা বুলি মহাৰাষ্ট্ৰৰ বাহিৰৰ, বিশেষকৈ



কমিউনিষ্টৰ দ্বাৰা প্ৰকাশিত "ব্লিটজ" আৰু "লিঙ্ক" নামৰ কাকত দুখনে প্ৰচাৰ কৰে।

এই সংঘৰ্ষৰ কিছু দিনৰ আগতে সংঘৰ গ্ৰীষ্মকালীন শিক্ষাবৰ্গ নাগপুৰত হৈছিল। এই শিক্ষা বৰ্গত পোৱা শাৰীৰিক শিক্ষাৰ উগ্ৰতাৰ পৰীক্ষা সংঘই এই সংঘৰ্ষত কৰিছিল বুলি স্বাৰ্থজড়িত মহলে প্ৰচাৰ কৰিছিল। বাস্তৱতে এই শিক্ষাবৰ্গত ভাগ লোৱা শতকৰা ৯০ ভাগ স্বয়ং সেৱকেই দেশৰ বিভিন্ন প্ৰদেশৰ পৰা আহিছিল আৰু শিক্ষাবৰ্গৰ সামৰণিৰ লগে লগেই নিজ নিজ স্থানলৈ উভতি গৈছিল। আৰু পিছত এই সংঘৰ্ষ হৈছিল। এই সংঘৰ্ষ হোৱা স্থানত সংঘৰ কাম আছিল নে আৰু সংঘৰ্ষকাৰী দল দুটাৰ লগত যে সংঘৰ কোনো সম্পৰ্ক নাছিল; এই সাধাৰণ কথাও স্বাৰ্থ জড়িত সকলে বিবেচনা কৰা নাছিল। এই সংঘৰ্ষত আহত হোৱা দুয়োটা দলৰে মানুহক নিৰপেক্ষ ভাৱে সংঘৰ স্বয়ং সেৱক সকলে সাহাৰ্য্য কৰিছিল, এই কথা কিন্তু তেওঁলোকৰ দৃষ্টিত পৰা নাছিল। কিন্তু বাস্তৱত ঘটা ঘটনা নেদেখাকৈ অপপ্ৰচাৰ কৰাৰ বাবে তেওঁলোকক 'দিব্যচক্ষু' সম্পন্ন বুলিয়েই কব লাগিব। বৰ্ত্তমানেও নৱবৌদ্ধ আৰু মুছলমান দুয়োটা সম্প্ৰদায়েই নাগপুৰত আছে আৰু এতিয়াও তেওঁলোকে উক্ত সংঘৰ্ষৰ লগত সংঘৰ কি সম্পৰ্ক আছিল সেই বিষয়ে সুধিব পৰা হব।

নাগপুৰ সংঘৰ কেন্দ্ৰ স্থান। ১৯২৭ চনৰ পৰা বৰ্ত্তমান লৈকে নাগপুৰত কোনো সাম্প্ৰদায়িক সংঘৰ্ষ হোৱা নাই। ১৯৬৬ চনতহে কেৱল নৱবৌদ্ধ আৰু মুছলমানসকলৰ মাজত সংঘৰ্ষ হৈছিল। সংঘই হিংসানীতি বিশ্বাস কৰি পৰিকল্পনা অনুযায়ী হিংসাত্মক কাৰ্য্য কৰাহেঁতেন; সংঘৰ কেন্দ্ৰ স্থান নাগপুৰৰ বুৰঞ্জীয়েই বেলেগ হলহেঁতেন।

দেশত যি কোনো সাম্প্ৰদায়িক সংঘৰ্ষ হলেই সংঘক তাৰ লগত জড়িত কৰি দিয়াটো সংঘৰ 'জাত শত্ৰু' সকলৰ ব্যৱসায়েই হৈ পৰিছে। সংঘৰ্ষ হোৱা স্থান বিলাকত সংঘৰ অস্তিত্ব আছে নে নাই এই কথাও তেওঁলোকে চিন্তা কৰি নাচায়। হিন্দু-মুছলমানৰ সংঘৰ্ষৰ কাৰণবিলাক বিশ্লেষণ কৰি তাৰ উপায় উদ্ভাৱন কৰিবলৈ চৰকাৰে ন্যায়াধীশ কাপুৰৰ নেতৃত্বত এটা আয়োগ স্থাপন কৰি দিছিল। এই আয়োগে দেশৰ ভিতৰত হোৱা ২২।২৩ টা সংঘৰ্ষৰ অনুসন্ধান কৰিছিল। ইয়াৰ ভিতৰত এঠাইত মাথোন হিন্দু আক্ৰমণকাৰীসকলে উপদ্ৰৱ আৰম্ভ কৰা বুলি আয়োগে কৈছে। সেই ক্ষেত্ৰতো এই উপদ্ৰৱৰ বাবে সংঘ দায়ী বুলি আয়োগে মত প্ৰকাশ কৰা নাই।

১৯৬৫ চনত মহীশূৰ উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশে এটা ৰায়ত কয় যে, "সাম্প্ৰদায়িকতা, হিংসানীতি আদিৰ সম্বন্ধত চৰকাৰে কৰা আৰোপ পূৰ্ণতঃ অধ্যয়ণ কৰাৰ পিছত মই সেই সিদ্ধান্তলৈ আহিছো আৰু মোৰ সন্মুখত থকা প্ৰমাণ বিলাকে এইটো স্পষ্ট কৰে যে সংঘ এটা অৰাজনৈতিক, সাংস্কৃতিক সংগঠন আৰু দেশৰ কোনো অহিন্দু সমাজৰ প্ৰতি সংঘৰ বিদ্বেষ ভাৱ নাই।"

১৯৭৪ চনৰ এপ্ৰিল মাহৰ ২৪ তাৰিখে সংসদী সদস্য শ্ৰীজগন্নাথ ৰাও যোশীয়ে নিম্ন লিখিত প্ৰশ্ন সংসদত লিখিত ভাৱে উৎথাপন কৰে। "হিংসাত্মক নীতিৰ কাৰণে ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ সদস্যৰ ওপৰত কৰা মোকৰ্দ্দমাত তেওঁলোকক দোষী প্ৰমাণ কৰা হৈছে—এনেকুৱা মোকৰ্দ্দমাৰ ৰাজ্য ভিত্তিত চৰকাৰৰ হাতত কি প্ৰমাণ আছে আৰু এই সম্পৰ্কত কি কি তথ্য চৰকাৰে পাইছে, সেই বিষয়ে চৰকাৰে প্ৰকাশ কৰিব লাগে।" ১৯৭৫ চনৰ মাৰ্চ মাহত এই প্ৰশ্নৰ উত্তৰ দিওঁতে গৃহমন্ত্ৰী ব্ৰহ্মানন্দ ৰেড্ডীয়ে কৈছিল যে দেশত ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ বিৰুদ্ধে এটাও মোকৰ্দ্দমা হোৱাৰ প্ৰমাণ চৰকাৰৰ হাতত নাই। কিন্তু এই প্ৰশ্নৰ লগতে সোধা হয় প্ৰশ্নৰ উত্তৰ দিওঁতে তেওঁ কয় যে ১৯৭৩ চনৰ আগষ্ট/চেপ্তেম্বৰ মাহত গুন্টুৰ জিলাত ২২০ জন, ১৯৭৩ চনৰ আগষ্ট মাহত নলগুন্দাত ১২ জন, ১৯৭২ চনত কৰ্ণাটকত ১২ জন, উৰিষ্যাত ১৭৪ জন সাম্যবাদী সদস্যৰ ওপৰত মোকৰ্দ্দমা কৰা হৈছিল আৰু তেওঁলোকে দোষী বুলি প্ৰমাণ হোৱাত শাস্তিও দিয়া হৈছিল। চৰকাৰে যিমানেই সংঘৰ ওপৰত দোষাৰোপ নকৰক কিয় গৃহমন্ত্ৰীয়ে দিয়া উত্তৰে প্ৰমাণ কৰে যে দেশৰ ভিতৰতে ঘটা হিংসাত্মক কাৰ্য্য আৰু অশান্তিৰ বাবে দায়ী কোন?

## সংঘ অৰ্দ্ধসৈনিক সংগঠন নেকি?

গণবেশ (Uniform) পিন্ধি পথ-চঞ্চলন কৰাৰ কাৰণেই সংঘক অৰ্দ্ধসৈনিক সংগঠন বুলি কোৱা হয়। বাস্তৱিকতে গণবেশ পিন্ধি চঞ্চলন, ব্যায়াম আদি কৰা সংগঠনৰ সংখ্যা কম নহয়। "বয়জ স্কাউট"ও এনেকুৱাই এটা সংগঠন। কংগ্ৰেছ সেৱাদলৰো গণবেশ আছে। প্ৰতি স্কুল-কলেজৰো নিজা নিজা গণবেশ আছে। কিন্তু এই গণবেশ পিন্ধি ব্যায়াম আদি কৰিলেও তেওঁলোকক অৰ্দ্ধসৈনিক সংগঠন বুলি কোৱা নহয়। এই কথা সঁচা যে সংঘত গণবেশ পিন্ধি কৰা কাৰ্য্যক্ৰম বেছি আৰু তাত সকলো কাম অনুশাসন বদ্ধ ভাৱে কৰা হয়। গণবেশ পিন্ধি কাৰ্য্যক্ৰম কৰা আদৰ্শ সংঘই স্বেচ্ছাসেৱক সংগঠন বিলাকৰ সন্মুখত ৰাখিছে। এই আদৰ্শৰ অনুকৰণো বিভিন্ন সংগঠনে কৰি আহিছে। ইয়াৰ বাবে সংঘৰ দোষ কি? এই কাৰণেই সংঘ অৰ্দ্ধসৈনিক সংগঠন হব নোৱাৰে।

দেশ বিভাজনৰ সময়ত পাকিস্তানত হিন্দুসকলৰ ওপৰত অমানুষিক অত্যাচাৰ কৰা হৈছিল। হিন্দুৱে মান-সন্মান, খ্যাতি, লজ্জা সকলো জলাঞ্জলি দি প্ৰাণ লৈ ভাৰতবৰ্ষলৈ পলাই আহিছিল। সেই সময়ত স্বয়ং সেৱকসকলে অত্যন্ত সাহস আৰু ধৈৰ্য্যৰে তেওঁলোকক উদ্ধাৰ আৰু ৰক্ষা কাৰ্য্যত সহায় কৰিছিল। বহুতে নিজৰ প্ৰাণো বিসৰ্জনো দিব লাগিছিল। সেই সময়ত ভয় আৰু নিৰাশ্ৰয়ৰ বাতাবৰণ দূৰ কৰি আশাৰ কিৰণ সংঘৰ স্বয়ং সেৱকসকলে বিলাইছিল। প্ৰসঙ্গক্ৰমে এই অত্যাচাৰ মহ্‌ম্মানসকলৰ দ্বাৰা কৰা হৈছিল। ধৰি লওক এই অত্যাচাৰ পাকিস্তানৰ



পৰিবৰ্ত্তে চীন দেশৰ নাগৰিকৰ দ্বাৰা হোৱাহেঁতেন, তেতিয়াও সংঘৰ স্বয়ং সেৱকসকলে অত্যাচাৰ পীড়িতসকলক সাহায্য কৰিবলৈ আগবাঢ়িলেহেঁতেন। এনে অৱস্থাত সংঘক চীন বিদ্বেষী বুলি কোৱা হলহেঁতেন নেকি?

দেশ বিভাজন আৰু ভেদাভেদ নীতি সংঘই আৰম্ভণিৰে পৰাই বিৰোধিতা কৰি আহিছে। দেশ বিভাজনৰ বিজয় উন্মাদৰ সময়ত এটা শ্ৰেণীয়ে কৰা বলাৎকাৰ আৰু অত্যাচাৰৰ প্ৰতিৰোধ সংঘৰ বাহিৰে কোনে কৰিছিল? অত্যাচাৰ পীড়িতসকলক সাহস আৰু ধৈৰ্য্য কোনে দিছিল? সংঘইহে তেওঁলোকক ধৈৰ্য্য আৰু সাহসেৰে থিয় হৈ প্ৰতিকাৰ কৰিবলৈ সমৰ্থবান কৰিছিল। এই কামক যদি হিংসাত্মক বুলি কোৱা হয়, তেনেহলে বিশ্বৰ নীতিশাস্ত্ৰ নতুনকৈ লিখিব লাগিব। ১৯৪৮ চনত গান্ধীজীৰ হত্যাৰ মিথ্যা অভিযোগ আনি সংঘৰ ওপৰত প্ৰতিবন্ধক লগোৱা হল। সেই সময়ত বহুতেই বিভিন্ন স্থানত সংঘৰ কাৰ্য্যালয় বিলাকত আক্ৰমণ কৰি বস্তুবিলাক জ্বলাই দিছিল আৰু স্বয়ং সেৱকসকলক মাৰপিট কৰিছিল। কিন্তু কোনো এঠাইতো স্বয়ং সেৱক সকলে প্ৰতিকাৰৰ বাবে হাত উঠোৱা নাছিল। আমাৰ সমাজৰেই বন্ধুসকলে ভুল ধাৰণাৰ বশৱৰ্ত্তী হৈ অন্যায় ব্যৱহাৰ কৰিছে বুলি স্বয়ং সেৱক সকলে ধৈৰ্য্য ধৰিছিল। হিংসানীতিৰ শিক্ষা পোৱাহেঁতেন সংঘৰ স্বয়ং সেৱকসকলৰ ব্যৱহাৰ ইয়াতকৈ বহুত বেলেগ হলহেঁতেন। শক্তি থকা সত্বেও শান্তিৰে অন্যায় সহ্য কৰাই হ'ল প্ৰকৃত বীৰত্বৰ নিদৰ্শন হিংসা প্ৰৱৃত্তিত বিশ্বাসী সকলৰ ব্যৱহাৰ এনে নহয়।"

লিথ্‌ কৰা ·২৫ পইচা মূল্যৰ ১০ পৃষ্ঠাৰ "RASHTRIYA SWAYAMSEVAK SANGHA AND EMERGENCY." শীৰ্ষক পুস্তিকাৰ কভাৰ পৃষ্ঠাত কেইজন বিশিষ্ট লোকৰ সংঘ সম্পৰ্কত মন্তব্য দিয়া আছে—

"I am deeply impressed by your discipline, complete aversion to untouchability and austere simplicity. I have firm conviction that no obstacle can stand in the way of an organisation inspired with such a high sense of service and self-denial"

—Mahatma Gandhi,
—On December 17, 1947.

"To day when elections dominate the scene, the RSS workers are engaged in self less service of the famine striken people. No Prime Minister can match the quality of these swayamsevaks (volunteers). There are others professing to do the

relief work but in fact, they are insincere. They do not put in as much work even by collecting Rs. 10 a day. At such a juncture the work of the Sangh is really praise worthy."

—Shri Jayaprakash Narayan,
On February, 9, 1967

"Doctor (Dr. K. B. Hedgewar), I am satisfied that this is the only correct way for national reconstruction."

—Netaji Subhash Chandra Bose, in 1927

"I have reliable information that the Sangh Volunteers had tarpedoed a Muslim League plan to hoist the Pakistani flag on Red Fort and seize control of the Government by murdering thousands of patriotic citizens, ministers and officials in Delhi on September 10, 1947. The RSS Volunteers could unearth this plot and convey its information to Pt. Nehru and Sardar Patel by posing as converts to Islam and winning their way into the highest circle of the League. Perhaps the Government of free India would have come to an end if the self-sacrificing and zealous RSS youths had not conveyed information of the plot to Pt. Nehru and Sardar Patel. This Vigilance helped to expose the conspiracy of the fifth column".

—Bhart Ratna Dr. Bhagwan Das.

"As the Congressmen are in power they feel that they can crush the RSS. But you can not crush any organisation with force. Force is meant to tackle thieves and dacoits. The RSS people are not thieves and docoits. They are patriots —they love their country."

—Sardar Patel,
The then Deputy Prime Minister,
On January 7, 1948,
in a public meeting in Lucknow.

---

( ৰ. দ্ৰ.—এই অধ্যায়ৰ কাৰণে 'সংঘ দৰ্শন' নামৰ পুথিৰ পৰা আংশিক সহায় লোৱা হৈছে।)

---

## কিতাপ প্ৰেছত থকা সময়ত

এই কিতাপ প্ৰেছত থকা সময়ত লিখকলৈ নগাওঁৰ শ্ৰীৰমেশ শিলেদাৰ আৰু গুৱাহাটীৰ শ্ৰীপৰমানন্দ সিংঘলে এটা বাতৰি পঠায়। এই সম্পৰ্কে ৩।১০।৭৭ তাৰিখৰ গুৱাহাটীৰ সাদিনীয়া বাতৰি কাকত 'আলোক'ত প্ৰকাশিত 'জৰুৰী অৱস্থাৰ সত্যাগ্ৰহীক পুনৰ গ্ৰেপ্তাৰৰ নিৰ্দ্দেশ' শিতানৰ বাতৰি তলত উদ্ধৃত কৰিছোঁ—

"দেশৰ জৰুৰীকালীন অৱস্থাৰ অন্ত পৰিল। কিন্তু আচৰিত কথা অসমত বৰ্ত্তমানেও জৰুৰীকালীন অৱস্থাৰ অন্ত নপৰিল।---ইয়াৰ জ্বলন্ত উদাহৰণ হ'ল জৰুৰীকালীন অৱস্থাত ভাৰত প্ৰতিৰক্ষা আইনত আটক হোৱা প্ৰায় সকলো ৰাজবন্দীৰ বিৰুদ্ধে থকা মোকৰ্দ্দমা সমূহ আজি পৰ্যন্ত উঠাই লোৱা হোৱা নাই। কিন্তু মুক্তি নহল অসমৰ এই ভাৰত প্ৰতিৰক্ষা আইনৰ ৰাজবন্দী সকল। অসম চৰকাৰে এই ৰাজবন্দীসকলৰ ওপৰত থকা মোকৰ্দ্দমাহসমূহ আজিও উঠাই নোলোৱাটো সচাঁকৈয়ে পৰিতাপৰ বিষয়।

অৱশ্যে উক্ত আইনত বন্দী কৰা লোক বৰ্ত্তমান জেলত নাই। তেওঁলোকক জৰুৰীকালীন অৱস্থাৰ ভিতৰত আৰু তাৰ পাছত জামিনত মুক্তি দিয়া হৈছে। এনেকৈ মুক্তি দিয়াৰ ফলত তেওঁলোকে এমাহৰ অন্তৰে অন্তৰে আদালতত উপস্থিত হব লগীয়া হয়। জৰুৰীকালীন অৱস্থাৰ অন্ত পৰাত তেওঁলোকেও বিচাৰালয়ত উপস্থিত হোৱাটো বন্ধ কৰি দিলে। যোৱা কেইবামাহো ধৰি তেওঁলোকে বিচাৰালয়ত উপস্থিত নোহোৱাৰ কাৰণে চৰকাৰে পুনৰ তেওঁলোকক আটক কৰিবলৈ নিৰ্দ্দেশ দিছে। উদাহৰণ স্বৰূপে নগাওঁত এনে ধৰণে আটক কৰা ১২ জন লোকৰ ওপৰত ভাৰত প্ৰতিৰক্ষা আইন অমান্য কৰাৰ বাবে আটক কৰিবলৈ নিৰ্দ্দেশ জাৰি কৰিছে আৰু অহা ১১।১০।৭৭ তাৰিখে তেওঁলোকক আদালতত হাজিৰ হবলৈ নিৰ্দ্দেশ দিছে। এই লোকসকলে দেশত জৰুৰীকালীন অৱস্থাৰ বিৰোধিতা কৰি শান্তিপুৰ্ণভাবে সত্যাগ্ৰহ কৰিছিল। বৰ্ত্তমান পুলিচ বিভাগে এই লোকসকলৰ ওপৰত আইন অমান্য কৰাৰ বাবে ৫ টাকৈ মোকৰ্দ্দমা লগাই দিছে।"

এই লোকসকলৰ বিৰুদ্ধে থকা মোকৰ্দ্দমা সমূহ উঠাই লবলৈ জিলাৰ উপায়ুক্তক সাক্ষাৎ কৰিলে তেখেতে অসম চৰকাৰৰ গৃহ সচিবলৈ লিখা-লিখি কৰা হৈছে আৰু গৃহ সচিবে কোনো ব্যৱস্থা লোৱা নাই বুলি কয়। আনহাতে গৃহ সচিবক সাক্ষাৎ কৰিলে কয় যে---কেতিয়াবাই মোকৰ্দ্দমা সমূহ উঠাই লবলৈ উপায়ুক্তক নিৰ্দ্দেশ দিছো। এই দুই আমোলাতন্ত্ৰৰ চেপাত পৰি দেশৰ দ্বিতীয় স্বাধীনতা সংগ্ৰামৰ আন্দোলনকাৰী এই লোকসকল আকৌ জেললৈ যাওঁ যাওঁ অৱস্থা। দেশৰ বহুতো ঠাইত এনে নিৰীহ লোকৰ ওপৰত পুলিচে আকৌ জোৰ জুলুম চলোৱা হৈছে বুলিও জানিব পৰা গৈছে।"

এইটোও জনোৱা হৈছে যে প্ৰায় তিনি মাহ আগে ধুবুৰীত এজন আন্দোলনকাৰীক এই একে ভিত্তিত আটক কৰি এৰাতি পুলিচ হাজতত ৰখা হয়। গুৱাহাটীৰ পৰা এই তালিকা পঠোৱা হৈছে----